গভীৰহে। লেখকৰ ভাষা-ৰীতি তেওঁৰ ব্যক্তিত্বৰ লগত আৰু জাতীয়ত্বৰ লগত সম্পৰ্কিত। অনেক লেখকৰে ভাষাৰ স্বৰূপটো ইংৰাজী বা আন ভাষাৰ বুলি জল্-জল্ পট্-পট্‌কৈ ওলাই থাকে। বৰ্ণ-বিন্যাসৰ শুদ্ধতা ভাষা-ৰীতিৰ সৌষ্ঠৱ আৰু জাতীয় চৰিত্ৰ আদিলৈ চকু দিবলৈ লেখকসকলক অনুৰোধ জনাব খোজোঁ। ব্যাকৰণ আৰু অভিধান দলিয়াই পেলালে কোনো ভাষাই ঠন্ ধৰি উঠিব নোৱাৰে। বাতৰি-কাকত আলোচনীৰ সম্পাদক সকলেও এই বিষয়ত অসমীয়া ভাষাক সুস্থ-সবল হৈ উঠাত নিতান্ত সহায় কৰিব পাৰে।

**জ্ঞান-বিজ্ঞানৰ সাহিত্যৰ সন্দৰ্ভত ভাষা-সমস্যা**

আজিৰ ভাৰতীয় সাহিত্যসমূহ সকলো ধৰণৰ বিষয়-বস্তুৰে সমৃদ্ধ হবলৈ ধৰিছে। দৰ্শন, ৰাজনীতি, সমাজনীতি, অৰ্থনীতি, বিজ্ঞানৰ নানা শাখাৰ পুথি ভাৰতীয় ভাষাবোৰত নতুনকৈ ৰচিত হ'ব লাগিছে বা ইংৰাজী আদি ভাষাৰপৰা তেনে পুথি ভাঙনি কৰি যুগুত কৰা হৈছে। এই বিষয়ত আমাৰ চকুৰ আঁৰত ভাৰতৰ ভাষাবোৰে কেনেভাৱে বৰ্ণটি সলাই যৌৱন-শ্ৰী-সম্পন্ন হৈছে, তালৈ আজি আপোনালোকৰ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছোঁ। স্বাধীনতা লাভৰ পিছত চৰকাৰেও ৰাষ্ট্ৰ-ভাষা হিন্দী আৰু ভাৰতীয় ভাষাসমূহৰ উত্তৰোত্তৰ বৃদ্ধি আৰু বিকাশত বল দিবলগীয়া হৈছে। ভাৰতৰ ৰাজনৈতিক ঐক্যৰ বাবে যেনেকৈ এটা জাতীয় বা ৰাষ্ট্ৰীয় ভাষাৰ আৱশ্যক হৈ পৰিছে, ৰাজ্যসমূহৰ গুটীয়া শ্ৰী-বৃদ্ধিৰ কাৰণেও আঞ্চলিক ভাষাসমূহ সমৃদ্ধ হ'ব লাগিব। এই বিষয়ে সকলো প্ৰধান-ভাষা-ভাষীয়েই সজাগ, সচেতন। কিন্তু আমাৰ বিষয়ত সেই কথা ক'ব নোৱাৰি। আমি ভাষা-বিষয়ক নতুন



পৰিস্থিতি আৰু সমস্যাসমূহ সম্বন্ধে ভৱাই নাই আৰু সিবোৰৰ সন্মুখীন হ'বৰ কাৰণেও আমাৰ কোনো প্ৰস্তুতি এতিয়াও দেখা পোৱা নাই।

ভাৰত চৰকাৰে ভাৰতীয় নৱ সংবিধানৰ পৰ্য্যায় অনুসৰি সু-পণ্ডিত, সু-ৰাজনীতিজ্ঞ শ্ৰীবি-জি-খেৰক সভাপতিস্বৰূপে লৈ এখনি চৰকাৰী ভাষা-আয়োগ নিয়োগ কৰিছে। এই আয়োগে চৰকাৰৰ কাম-কাজৰ ভাষাৰ স্বৰূপকে যে নিৰূপণ কৰিব, এনে নহয়; স্কুল আৰু বিশ্ববিদ্যালয়ৰ শিক্ষাৰ বাহন সম্পৰ্কেও নিজা মন্তব্য চৰকাৰৰ ওচৰত উত্থাপন কৰিব। সংবিধানে স্বীকাৰ কৰি লোৱা ৰাষ্ট্ৰীয় ভাষা হিন্দীকে সৰ্ব্বপ্ৰকাৰে ইংৰাজীৰ ঠাইত প্ৰতিষ্ঠা কৰা ভাৰত চৰকাৰৰ সুনিশ্চিত নীতিৰূপে দেখা গৈছে। কিন্তু আমি আশা কৰিছোঁ আঞ্চলিক ভাষা-সমূহেও আয়োগৰ পৰিকল্পিত ভাৰতৰ ভাষা-চিত্ৰত উপযুক্ত আৰু আৱশ্যকীয় স্থান পাব। অনেক ঠাইতেই এনে আশঙ্কাও উত্থাপিত হৈছে যে হিন্দী যেতিয়া মহাৰাণীৰ দৰে হৈ বহিবই, আঞ্চলিক ভাষাসমূহ হিন্দীৰ লিগিৰীৰ দৰে হৈ নানাবিধ প্ৰপীড়ণৰ বশ হৈ পৰিব। এই আশঙ্কা সঁচা হ'ব পাৰে—যদি আঞ্চলিক ভাষাসমূহ মুজুৰা পৰা বিধৰ হয়। যদি আঞ্চলিক ভাষাসমূহে জাতিৰ নতুন দাবী পূৰণৰ বাবে উপযুক্ত শক্তি লৈ আগ বাঢ়ি নাহে, তেতিয়া হ'লে সি আমাৰ জাতীয় ভাষাৰ গৰাহত পৰি ম্ৰিয়মান হ'ব লাগিব পাৰে বুলি আশঙ্কা কৰা সমীচীন হ'ব পাৰে।

ৰাষ্ট্ৰপতিয়ে নিয়োগ কৰা ভাষা-আয়োগে আন ঘাই প্ৰশ্নৰ ভিতৰত ইয়াকো সুধিছে—বিশ্ববিদ্যালয়বোৰৰ শিক্ষাৰ মাধ্যম কি হ'ব? কেন্দ্ৰীয় পাব্লিক ছাৰ্ভিচ কমিছনৰ পৰীক্ষাসমূহৰ মাধ্যম কি হ'ব? যদি এই দুই বিষয়তে ইংৰাজী ভাষাক আঁতৰোৱা হয়,

তেতিয়া হ'লে আপোনালোকে হয়তো ক'ব, হিন্দীৰ বিকল্পে অসমীয়া ভাষাত আমাৰ ল'ৰা-ছোৱালীয়ে শিক্ষা লাভ কৰা উচিত আৰু অসমীয়া ভাষাতেই শিক্ষাৰ্থী আৰু নিয়োগাৰ্থীসকলে পৰীক্ষা দিবলৈ পাব লাগিব। কিন্তু এই উত্তৰ দিয়াৰ আগতে আপোনা-লোকে ভাবি চাইছেনে, এই নতুন পৰিস্থিতিৰ বাবে আৱশ্যকীয় জ্ঞান-বিজ্ঞানৰ পুথি-পাঁজি আমাৰ আছেনে নাই? বা তেনে পুথি-পাঁজি কৰিবৰ কাৰণে চৰকাৰ বা বাইজৰ তৰফৰপৰা কিবা উদ্যোগ হৈছেনে? মনত ৰাখিব, এই বিষয়ত আমি যদি এতিয়াও আওকাণ কৰি থাকো, তেতিয়া হ'লে ভাষা বিষয়ত অসমীয়াৰ স্থান দিনক দিনে বেয়াৰ পৰা অধিক বেয়ালৈ যাব, আৰু অচিৰেই আমাৰ উশাহ-নিশাহ ল'ব নোৱাৰা অৱস্থা হ'ব। এই প্ৰসঙ্গত সাহিত্য-সভাৰ দায়িত্বও অতি গভীৰ। অতি কমকৈ হ'লেও, সভাই এই বিষয়ে এখন সবল আঁচনি কৰি চৰকাৰক সহায় কৰিব পাৰে, আৰু নিজেও তাৰ এক অংশ কাম হাতত লব পাৰে। কিন্তু কোনো কাৰণতে হুৰামুৰা বা উত্তেজনা সৃষ্টি কৰি ল'লে কাম যে নহ'বই, আমি নিজকে দুৰ্ব্বল কৰাহে হ'ব। আন আন ৰাজ্যসমূহ, বিশেষকৈ হিন্দী-ভাষী ৰাজ্য আৰু বিশ্ববিদ্যালয় বিলাকে আৰু ভাষা-সাহিত্যৰ অনুষ্ঠানবোৰে, কি কাম কেনেকৈ কৰিছে, তালৈ চকু ৰাখিহে কামত আগবাঢ়া উচিত হ'ব। কাম দুদিন পলম হওক; কিন্তু আমি ভুল বাটে যেন আগ নাবাঢ়োঁ।

অসমক ভাষা-বৈজ্ঞানিকৰ ভূ-স্বৰ্গ বুলি কোৱা হয়। ইয়াত যিমানবোৰ ভাষা-উপভাষা বৰ্ত্তমান, পৃথিবীৰ আন কোনো এনে কম ঠাইত সিমানবোৰ আছেনে নাই, সন্দেহ। এই ভাষাবোৰৰ জাতিগত কোনো অধ্যয়ন এতিয়ালৈকে হোৱা নাই। ইয়াৰ



ভিতৰত প্ৰমুখ্য, ৰাজ্যৰ শতকৰা ৫৫ জনৰ ভাষা অসমীয়াৰ অধ্যয়ন ডক্টৰ বাণীকান্ত কাকতিয়ে আৰম্ভ কৰি থৈ গৈছে।

**ভাষা-বিজ্ঞান চৰ্চা**

তেখেতৰ অনুপ্ৰেৰণাতে ঘাইকৈ অসমীয় ভাষাৰ শাখাৰ চৰ্চা আৰু জনজাতীয় ভাষাৰ চৰ্চা গুৱাহাটী বিশ্ববিদ্যালয়ৰ জৰীয়তে আৰম্ভ হৈছে। ই এটি সুখৰ সঙ্কেত। বিশেষকৈ জনজাতীয় ভাষা আৰু সংস্কৃতিৰ চৰ্চাৰপৰা অসমৰ বিভিন্ন শ্ৰেণী লোকৰ মাজত জনা-জনি, বুজা-বুজি বাঢ়িব যে, ই নিশ্চয়। অসম চৰকাৰেও এই বিষয়ত বৃত্তি আদি দি উপযুক্ত কামকে কৰিছে। আমি আশা কৰোঁ, চৰকাৰে একেলগে কেইবাটিও বৃত্তি দি কেইবাটিও জনজাতীয় ভাষাৰ অধ্যয়ন গৱেষণা আশু-ফলপ্ৰদ কৰি তুলিব। গুৱাহাটী বিশ্ববিদ্যালয়ত ভাষা-তত্ত্বৰ বিশেষ পঠন-পাঠনৰ ব্যৱস্থা আছে যেতিয়া, উপযুক্ত গৱেষকৰ অভাৱ নহ'ব বুলি আমাৰ বিশ্বাস।

ভাষাৰ বুৰঞ্জীৰ আলোচনাৰ বিষয়ত প্ৰাচীন সাহিত্যৰ বৈজ্ঞানিক সঙ্কলনৰ নিতান্ত আৱশ্যকীয়। এই বিষয়ে কি কাম আমাৰ হৈছে ইতিমধ্যে আলোচনা কৰিছোঁ। কিন্তু এতিয়ালৈকে হোৱাখিনিৰ তুলনাত অজস্ৰ কাম এতিয়াও পৰি আছে। তাৰ বাবে যথেষ্ট

**প্ৰাচীন সাহিত্যৰ প্ৰকাশ আৰু উদ্ধাৰ**

অৰ্থৰ প্ৰয়োজন—যিটো প্ৰয়োজন সাধিবৰ বাবে চৰকাৰৰ বাহিৰে আন পাত্ৰ নই দেখা পোৱা নাই। আনফালে আকৌ এতিয়ালৈকে সংগৃহীত নোহোৱা অনেক পুথি গাঁৱে-ভূঁৱে পৰি আছে। সেইবিলাক গোটাবৰ কাৰণে এটি অভিযানৰ আৱশ্যক হ'ব। চৰকাৰৰ পক্ষৰপৰাই ইয়াৰ ব্যৱস্থা ললে ভাল হয়। তাহানিতে বিদেশী চৰকাৰ থাকোঁতেই

পণ্ডিত স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামীক নিয়োগ কৰিছিল পুথি সংগ্ৰহ কৰিবৰ কাৰণে। কিন্তু স্বাধীন চৰকাৰে এই বিষয়ত বিশেষ নকৰাটো চকুতলগা হৈ আছে। বিশ্ববিদ্যালয় যোগে বা বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ যোগেও এই কাম ভাল ৰূপে কৰিব পৰা যাব বুলি আমাৰ বিশ্বাস।

আমাৰ জাতীয় উৎসাহৰ অভাৱত কিমান পুথি ইতিমধ্যে অতীতৰ বুকুত জাহ গ'ল, তাৰ হিচাপ কোনে ৰাখিছে? এই প্ৰসঙ্গত আৰু এটি কথা অসমৰ ৰাইজ আৰু ৰজাঘৰ, উভয়কে সকিয়াই দিব লগীয়া আছে। এসময়ৰ অসমীয়া সংস্কৃতিৰ ক্ৰীড়া-ভূমি, শঙ্কৰ-মাধৱ-দামোদৰ গুৰুৰ সমাধি-স্থান থকা কোচবেহাৰ আজি অসমৰ বুকুৰপৰা আঁতৰি গ'ল। কিন্তু অসমীয়া সাহিত্যৰ বহুতো বহুমূলীয়া সম্পদ কোচবেহাৰৰ ৰাজকীয় পুথি-ভঁৰালত ৰৈ গ'ল। "উষা-পৰিণয়"ৰ ৰচক পীতাম্বৰ কবিৰ ভাগৱতৰ পদ আৰু মাৰ্কণ্ডেয় পুৰাণৰ চণ্ডী-আখ্যানৰ পদ, আন আন কবিসকলৰ মহাভাৰতৰ বিবিধ খণ্ড আদি অসমৰ ক'তো এতিয়ালৈকে নোহোৱা পুথি তাতেই ৰৈ গ'ল। এইবিলাক উদ্ধাৰৰ কি উপায় হ'ব, আমি ভাবি নাপাওঁ। আমাৰ চৰকাৰে পশ্চিম বঙ্গ চৰকাৰৰ লগত পোনপটীয়াকৈ বা কেন্দ্ৰীয় চৰকাৰৰ যোগেদি আলোচনা কৰি কিছু দিনৰ বাবে পুথি-খিনি আনি একোটি প্ৰতিলিপি কৰাই ৰাখিলেও অসমীয়া জাতিৰ প্ৰতি তেওঁলোকৰ কৰিব লগীয়া এটি ডাঙৰ কাম সম্পন্ন হয়। বিলম্বত যাতে বিনাশ নঘটে, তাৰ বাবে আমি এতিয়াই সতৰ্ক-বাণী শুনাই থলোঁ।

আধুনিক অসমীয়া ভাষাৰ ৰূপ দিওঁতা হেমচন্দ্ৰ বৰুৱাৰ "হেমকোষ" আৰু "পঢ়াশলীয়া অভিধানে" বহুত কাল ধৰি আমাৰ ডাঙৰ অভাৱ পূৰণ কৰি আহিছিল। সেই দুখনিয়ে ইতিমধ্যে বৰ্দ্ধিত



দাবী পূৰণ কৰিব নোৱাৰাত দানবীৰ স্বৰ্গীয় ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ উদ্যোগত "চন্দ্ৰকান্ত অভিধান" প্ৰকাশ হৈ ওলাল।

অভিধান আৰু জ্ঞানকোষ

কিন্তু ওলাবৰ দিন ধৰি অভিধানখনিৰ নানা সমালোচনা আৰু আপত্তি ওলায়ে আছে। এই আপত্তিবোৰৰ অনেকখিনিয়েই অবান্তৰ হ'ব পাৰে। কিন্তু ঠায়ে ঠায়ে হেমচন্দ্ৰ বৰুৱাৰ নিৰূপিত বৰ্ণবিন্যাস আৰু ব্যুৎপত্তি অনাহক দলিয়াই নতুন জোঁটনি আৰু ব্যাখ্যা দিয়াত, একেটা শব্দৰে কেইবা ঠাইতো কেইবাটাও জোঁটনি হোৱাত, আৰু এনে নানা ব্যতিক্ৰম দেখা পোৱাত আমাৰ বিশ্ববিদ্যালয়ৰ জৰীয়তে অভিধানখনি সংশোধন কৰিবলৈ লোৱা সুখৰ কথা হৈছে। এই বিষয়ত বিশ্ববিদ্যালয়ৰ উপকুলপতি শ্ৰীকৃষ্ণকান্ত সন্দিকৈৰ দান আৰু উৎসাহ স্মৰণীয় হৈ ৰ'ব।

এটি ডাঙৰ ভাষা-ৰূপে অসমীয়া ভাষাই ইমানদিনে এখনি এনচাইক্লোপিডিয়া বা জ্ঞানকোষৰ জন্ম দিব নোৱাৰাটো বৰ অগৌৰৱৰ কথা হৈ আছে। ওচৰ-চুবুৰীয়া বঙ্গদেশত "বিশ্বকোষ" কোন কেতিয়াই ওলাই গ'ল। এটি পণ্ডিত-মণ্ডলীয়ে তামিল ভাষাত এখনি কোষ সঙ্কলন কৰি উলিয়াইছে। তেলুগু ভাষাতো আন এখনি জ্ঞানকোষৰ সঙ্কলনৰ কাম খৰকৈ আগ বাঢ়িছে। এইদৰে কিছু বছৰৰ ভিতৰত ভাৰতীয় ভাষাসমূহে নিজকে নানাভাৱে পূৰণ কৰি ল'বৰ চেষ্টা কৰিব লাগিছে। অসম সাহিত্য-সভাৰ যোগেদি এনে এটি কাম হাতত ল'ব পাৰিবনে, ইয়াত সমবেত হোৱা সাহিত্যিক সকলে যেন এবাৰ গভীৰভাৱে ভাবি চায়।

আমি আমাৰ নিজ ভাষা আৰু সাহিত্যক সুস্থ-ডাঙৰ কৰিবলৈ বিচাৰোঁ। কিন্তু দেশৰ আৰু ভাষা-সাহিত্যৰ আশা-ভৰসাৰ স্থল

ল'ৰা-ছোৱালীহঁতক কি কিতাপ পঢ়িবলৈ দিওঁ, ভাবি চাইছোনে? তলৰ শ্ৰেণীৰ এখন অসমীয়া সাহিত্যৰ পাঠ্য মেলি চাওক, তাত ভাবৰ দৈন্য আৰু প্ৰকাশৰ অক্ষমতা দুয়োটি দেখা পাব। তাত অসমীয়া জতুৱা গঢ়ৰ কোনো পৰিচয় নাই। শব্দাৱলী অনেক সময়তে খিচুৰী। আখৰ-জোঁটনিৰ কোনো স্থিৰতা নাই। আমি টেক্সট্

**পঢ়াশালীয়া কিতাপ**

বুক কমিটীক সুধিব পাৰোনে, ল'ৰাহঁতৰ ভাষা-জ্ঞান সমূলে লোপ পোৱাই কি শিক্ষা বিতৰণ কৰিবলৈ ওলাইছে? এই কমিটীখন গঠন কৰোতে ৰাজনৈতিক বিবেচনাক ঠাই দিয়াটো দোষৰ কথা বুলি সকলোৱে কয়। কিন্তু কিতাপবোৰ পৰীক্ষা কৰাত ভাষা-জ্ঞান থকা লোকক নিয়োগ নকৰি তাৰ অভাৱ-গ্ৰস্ত লোকক নিয়োগ কৰাটো টেক্সট্ বুক কমিটীৰ নীতি নে কি? এই কমিটীত বিশ্ববিদ্যালয় আৰু অসম সাহিত্য-সভাৰপৰা এজনকৈ মাথোন লোক লোৱাটোও বৰ বিসদৃশ যেন লাগে। পঢ়াশালিবোৰৰপৰা ভুল ভাষাৰ সাহিত্যৰ পাঠ্যবোৰ নুগুচুৱালে ল'ৰা-ছোৱালীৰ ভৱিষ্যতক সদায়েই হানি কৰি থকা হ'ব মাথোন। মই আজি সাহিত্য সভাৰ সভাপতিৰ আসনৰপৰা চৰকাৰৰ বিশেষ মনযোগ বিচাৰিলোঁ এই বিষয়ত।

জনজাতিৰ সৈতে সম্প্ৰীতি আমাৰ আগৰপৰাই আছিল। বুৰঞ্জীয়ে তাৰেই প্ৰমাণ দিয়ে---অসমীয়া সংস্কৃতি আমাৰ মনেৰে

**জনজাতিৰ সম্প্ৰীতি**

পৰ্ব্বত আৰু ভৈয়ামৰ উমৈহতীয়া সম্পত্তি। এইবোৰ আমি নানা ক্ষেত্ৰত দেখিবলৈ পাওঁ। আমাৰ চাৰিওকাষে সুদূৰত জিলিকি থকা মনোৰম নীলা পাহাৰৰ শাৰীত বসতি কৰা পৰ্ব্বতীয়া ভাইসকলো আমাৰ ভিতৰৰে একোজন। আজিকালি সততে



শুনা যায় যে, ভৈয়ামৰ অসমীয়া মানুহবিলাকে পৰ্ব্বতীয়া জাতিৰ ওপৰত আধিপত্য বিস্তাৰ কৰিবলৈ চেষ্টা কৰিছে। কিন্তু এইটো সঁচা নহয়— গোটেই অসমীয়া জাতিৰ বুৰঞ্জী মেলি চালে প্ৰমাণ পোৱা যায়, আমি কোনো জাতিৰ ওপৰত আমাৰ প্ৰভাৱ বিস্তাৰ কৰিবলৈ বিচৰা নাছিলোঁ। কিন্তু আমি এতিয়াও কিছু-মান বাহিৰৰ আওপকীয়া হেঁচাৰপৰা মুক্ত হ'ব পৰা নাই। আমাৰ যদি কিবা দোষ আছে, সেইটো কেৱল আত্মৰক্ষাৰহে দোষ; আৰু আমাৰ সেয়েই অকণমান সঙ্কীৰ্ণতাৰ আভাস দিয়ে। এইকণো নোহোৱাহেঁতেন ইমান দিনে আমাৰ অস্তিত্ব লোপ পালেহেঁতেন।

আমাৰ বিহু-উৎসৱ ইত্যাদিত জনজাতিৰ সৈতে এটা সমিল-মিল দেখা যায়। অসমীয়া জাতি বুলিলে আমি অকল ভৈয়ামৰ মানুহকে নুবুজোঁ—পৰ্ব্বতভৈয়াম দুয়ো মিলিহে আমাৰ সোণৰ অসমখনি গঠিত হৈছে। নগা কোঁৱৰ, কুৰঙ্গনয়নী অসমীয়া নহয় বুলি কোনে ক'ব? আন কি মহাভাৰতৰ দিনৰ হিৰিম্বা, উলুপী, চিত্ৰাঙ্গদায়ো আমাৰ এই সত্যটোকে প্ৰমাণ কৰে। অসমীয়া জাতিৰ সংস্কৃতিয়ে আমাৰ সকলোকে সামৰিব পৰা গুণেকেহে বিকাশ কৰে।

অসম সাহিত্য সভাৰ যোগেদিয়ে নানা তৰহৰ সৰু সৰু পুথি সহজ সৰল ভাষাত ৰচনা কৰি গাঁৱে-ভূঁয়ে বিলাই দেশ বিদেশৰ বাতৰি তেওঁলোকক জনাই তেওঁলোকৰ মন সুস্থ-সবল কৰি ৰথাৰ বাহিৰেও জাতিৰে সৈতে চিনাকি কৰি

**শিক্ষা-বিস্তাৰ**

দিবৰ সুবিধা কৰি দিয়ক। স্বাস্থ্য সম্বন্ধেও এনে পুথি ৰচনা কৰি তেওঁলোকৰ স্বাস্থ্য ভালে ৰাখিবৰ উপায় জনাই, লগে লগে জনশিক্ষাৰ বাট তেওঁ-লোকক মুকলি কৰি দিয়ক। মোৰ এই দেশ ভাল, মোৰ দেশ সোণৰ অসম বুলি ভাবি থাকিলেই নচলিব। সেই সোণৰ

অসমৰ কেইজনে শিক্ষাৰ পোহৰ পাইছে, শঙ্কৰ-মাধৱৰ দেশৰ কেইজনে লেখিব পঢ়িব জানে, এই সকলো বিষয়ে চিন্তা কৰি তেওঁলোকে সহজে চলিব পৰা বাটেদি তেওঁলোকৰ মাজত শিক্ষা বিস্তাৰ কৰি তেওঁলোকৰ মন মুকলি কৰি অসমৰ চাৰিওফালে সকলোকে সমানে সামৰিব পৰা কৰি দিয়ক। এই কাম অসম সাহিত্য সভাই সুচাৰুৰূপে সমাধা কৰিব পাৰিব। স্বাস্থ্য সম্বন্ধেও সাধাৰণে বুজিব পৰা আৰু চলিব পৰা সহজ ভাষাত লিখা পুথি তেওঁলোকৰ মাজত বিলাই যাতে তেওঁলোকে নিজে নিজে স্বাস্থ্য সম্বন্ধে সচেতন হ'ব পাৰে, তাৰ উপায় কৰি দিয়ক। আমি যদি জনজাতীয় লোকসকলক কোনো ক্ষেত্ৰত আকৰ্ষণ কৰিব পৰা নাই, বুজিব লাগিব, আমাৰো কোনোবাখিনিত দোষ আছে। তেওঁলোকৰ ভাষা, তেওঁলোকৰ লোক-সংস্কৃতি, তেওঁলোকৰ মৌখিক সাহিত্য অধ্যয়ন কৰি তেওঁলোকৰ বুকুৰ কাষ চাপিবলৈ আমি শিকিব লাগিব। মুঠতে, মৰম, ত্যাগ আৰু বুজা-বুজিৰ ভাব নহ'লে তেওঁলোকক আমাৰ মাজলৈ আনিব নোৱাৰি।

বিদেশৰ ভাল ভাল কিতাপবিলাক অসমীয়া সাহিত্যলৈ অনুবাদ কৰি বিদেশী সাহিত্যৰ সোৱাদ ল'বলৈ উপায় কৰি দিয়ক। বিদেশী সাহিত্যক অসমীয়া সাহিত্যৰ ৰৰ ঘৰলৈ সুমুৱাবলৈ হ'লে, সেইবিলাক যিমান দূৰ সম্ভৱ হাড়ে-হিমজুৰে অসমীয়া কৰিবলৈ চেষ্টা কৰা উচিত।

অনুবাদ সাহিত্য

এনেবিলাক সাহিত্যয়ো আমাৰ সাহিত্যৰ যথা সম্ভৱ সৌষ্ঠৱ বঢ়াব বুলিয়েই বিশ্বাস হয়। ন হি জ্ঞানেন সদৃশম্ পবিত্ৰমিহ বিদ্যতে-জ্ঞানৰ জাত বিচাৰ নাই। ই সকলো ঠাইতে সমানে চলা-ফুৰা কৰিব পাৰে, দেশ অনুযায়ী সাজৰ অলপ সাল-সলনি হ'বই।



মই মোৰ কথাৰে আপোনালোকৰ বহুতোখিনি সময় খতি কৰিছো আৰু এটি মাথোন কথা কৈ আপোনালোকৰপৰা মেলানি ল'ম। এই বছৰৰ আৰম্ভণিতে ৰাজ্য পুনৰ্গঠন আয়োগৰ আগত দিব লগীয়া সাক্ষ্য লৈ অসমত এটা ডাঙৰ আলোড়ন হৈ গ'ল।

ৰাজ্য-পুনৰ্গঠন আয়োগৰ প্ৰতিবেদন আৰু সীমান্তৰ ভাষা

আয়োগৰ প্ৰতিবেদন ওলোৱাৰ পিছতো সেই আলোড়নৰ শেষ কঁপনি মাৰ যোৱা নাই। সেই সম্পৰ্কত অসম সাহিত্য সভাৰ তৰফৰপৰা দিয়া আবেদন-পত্ৰ আৰু সাক্ষ্য সন্তোষজনক হৈছে, আৰু অনুষ্ঠানটিৰ সন্মানৰ অনুকূল হৈছে বুলি বিশ্বাস কৰিবৰ কাৰণ আছে। যদিও অসমে দাবী কৰা মতে কোচবিহাৰ জলপাইগুৰিক পুনৰ অসমৰ লগত দিয়া নহ'ল, বৰ সুখৰ বিষয়—পশ্চিম বঙ্গৰ আক্ৰোশ উপেক্ষা কৰি আয়োগে গোৱালপাৰাৰ কোনো অংশ বঙ্গৰ লগত দিয়াটো সমৰ্থন নকৰিলে। ই আয়োগৰ ন্যায়শীল বিচাৰৰ এটি সুখকৰ পৰিচয়। কমতাপুৰ ৰাজ্য, পূৰ্ব্বাচল ৰাজ্য, পাৰ্ব্বত্য ৰাজ্য আদি অসমঞ্জস প্ৰস্তাৱ আয়োগে ন্যায়সঙ্গত ভাৱেই কাষৰীয়া কৰি থ'লে। শাসনতান্ত্ৰিক সুবিধাৰ বাবে ত্ৰিপুৰাক অসমৰ লগত দিয়া তেওঁলোকে সমৰ্থন কৰিছে। মণিপুৰেও পিছত সেই পথকে ল'ব। আমি ত্ৰিপুৰা আৰু মণিপুৰৰ ভাই-ভনীসকলক এই উপলক্ষতে সাদৰ ওলগ জনাইছো। ৰাজ্য আয়োগে উত্তৰ-পূব সীমান্ত অঞ্চলক অন্ততঃ বৰ্ত্তমানলৈ বৰ্ত্তমান ব্যৱস্থাৰ তলতে ৰাখিবলৈ দিছে। ই আমাৰ বৰ হতাশৰ কাৰণ নহ'লেও, একেবাৰেই আনন্দৰ বিষয়ো নহয়। এই অঞ্চল অসমৰ এটি অবিচ্ছেদ্য অঙ্গ। অতি পুৰণি কালৰে পৰা এই অঞ্চল পুৰণি কামৰূপ আৰু নতুন অসমৰ লগতেই আছিল, বা অসমৰ লগত অতি ঘনিষ্ট সম্পৰ্কত বাস কৰিছিল। অসমীয়া

ভাবাই তেওঁলোকৰ নিজৰ মাজত আৰু ভৈয়ামৰ লোকৰ লগত ভাবৰ আদান-প্ৰদানৰ বাহন আছিল আৰু এতিয়াও আছে। কিন্তু স্বাধীন ভাৰত চৰকাৰৰ অসমৰ ৰাজ্যপালৰ যোগেদি নিয়ন্ত্ৰিত নীতিমতে তেওঁলোক এই সহজ আদান-প্ৰদানৰ পথৰপৰা বঞ্চিত হ'ব লগীয়াত পৰিছে। আমি উত্তৰ-পূব সীমান্ত অঞ্চল সম্পৰ্কীয় চৰকাৰী শিক্ষানীতিৰ সোনকালেই পৰিবৰ্ত্তন বিচাৰোঁ। এই বিষয়ত আমি চৰকাৰী ভাষা আয়োগৰ প্ৰতিবেদনলৈয়ো আশাৰে বাট চাওঁ।

**সামৰণি**

সাহিত্য-সেৱী আৰু সাহিত্যানুৰাগী বন্ধুসকল, নানা কথা ৰ আপোনালোকক বহুত সময় বান্ধি ৰাখিলোঁ। সভাপতিয়ে অভিভাষণ পাঠ কৰাৰ চিৰাচৰিত ৰীতিৰ গাত ভেজা দি মোৰ অন্তৰৰ অনুভূতি আৰু মনৰ ভাব বহুতোখিনি আপোনালোকৰ আগত দাঙি ধৰিলোঁ। ইয়াৰ ভিতৰত কোনটো আপোনালোকৰ মনত লাগিছে, কোনটো লগা নাই, মই ভাবি উলিয়াব পৰা নাই। কিন্তু আপোনালোকৰ ওচৰত মোৰ এয়ে অনুৰোধ, মই যিবোৰ কাৰ্য্যকৰী পন্থাৰ কথা কথা-প্ৰসঙ্গত উল্লেখ কৰিলোঁ, সেইবোৰৰ বিষয়ে আলোচনা কৰি অসম সাহিত্য সভাৰ অহা বছৰৰ কাৰ্য্য-সূচী নিৰ্ণয় কৰি দিব। সাহিত্যৰ বিষয়ে তাত্ত্বিক আলোচনা কৰাতকৈ মই মোৰ ভাষণত উপস্থিত সমস্যাবোৰহে আলোচনা কৰিছোঁ—এই বাবেই যে আমাৰ চাৰিও ফালে সকলোৱে কাম কৰিছে আৰু আগ বাঢ়ি গৈ আছে, আমিহে নিষ্ক্ৰিয়-নীৰৱ হৈ বহি আছোঁ। এই নীৰৱতা ভাঙিবলৈ অনুৰোধ জনাবলৈকে মোৰ ৰুগ্ন-ভগ্ন শৰীৰেৰে আপোনালোকৰ মাজলৈ লৰি আহিছোঁ। এইদৰে সমজুৱাভাৱে ৰাইজক সম্বোধন কৰিবলৈ পোৱাৰ সৌভাগ্য মোৰ আৰু হ'ব যে, ভাবি নেপাওঁ। সেই বাবে আপোনালোকক



এই বৈ থকা কামবোৰৰ সঁহাৰি দি ঋগ্বেদৰ মধুময় ছন্দৰ সোঁৱৰণেৰে বিদায় মাগোঁ—

বওক ধীৰে মধু সমীৰণ,  
মধু হওক তটিনীৰ জল,  
দশোদিশ হওক মধুময়,  
মধু হওক ওষধি শ্যামল,  
মধু হওক দিন ৰাতিপুৱা,  
মধু পৃথিবীৰ ধূলিকণ,  
মধু হওক মহান দ্যুলোক,  
মধুময় হওক পিতৃগণ,  
মধুমান হওক বনস্পতি,  
মধু হওক সূৰ্য্য-কিৰণ,  
দশোদিশ হওক মধুময়,  
মধুময় হওক ধেনুচয়,  
হওক যেন মধুময় মানৱ-জীৱন ॥

—:—

# বিজ্ঞান শাখা ঃ—

## সম্পাদকৰ আদৰণি

ডক্টৰ শ্ৰীযুত প্ৰসন্নচন্দ্ৰ গোস্বামী

সভাপতি ডাঙৰীয়া আৰু সমবেত সুধীবৃন্দ,

জয় জয়তে মই এই পুণ্যমহীয়া জাৰত যোগদান কৰিবলৈ অহা প্ৰতিনিধিবৃন্দ আৰু দৰ্শকসকলক অভিনন্দন জনাওঁ। সভাপতি ডক্টৰ শ্ৰীযুত ৰোহিণীকুমাৰ বৰুৱাকো মোৰ আন্তৰিক শলাগ জনাওঁ।

আজি কেইবছৰমান ধৰি সাহিত্য সভাৰ বিজ্ঞানৰো শাখা এটা হৈছে। আজিৰ যুগ বিজ্ঞানৰ যুগ। গতিকে সাহিত্য সভাই বিজ্ঞানৰ শাখা খুলি যুগধৰ্ম্ম অনুসৰিয়ে বাট বুলিছে। সাহিত্য সভাৰ বিজ্ঞান শাখাৰ প্ৰথম অধিবেশন হয় ডিব্ৰুগড়ত, দ্বিতীয় অধিবেশন হয় শিলঙত আৰু তাৰ পিছত তৃতীয় অধিবেশন হয় যোৰহাটত। আজি গুৱাহাটী মহানগৰীত বিজ্ঞান শাখাৰ চতুৰ্থ অধিবেশন বহিছে। সাহিত্যৰ লগত বিজ্ঞানৰ সম্পৰ্ক যিয়েই নাথাকক, বিজ্ঞানৰ আবিষ্কাৰ আৰু বিজ্ঞানৰ তথ্যবোৰ সাহিত্যৰ যোগেদি ৰাইজৰ আগত দাঙি ধৰিবলৈ সাহিত্য সভাৰ যথেষ্ট দায়িত্ব আছে। অসমীয়া ভাষাত বিজ্ঞানৰ পুথি নাই বুলিলেও হয়। লৰা-ছোৱালী আৰু গাঁৱলীয়া মানুহে বুজিব পৰাকৈ বিজ্ঞানৰ পুথি সাহিত্য সভাই প্ৰকাশ কৰিব পাৰিলে দেশৰ যথেষ্ট উপকাৰ কৰা হব।



বিজ্ঞানৰ বলত আজি কালি অসাধ্য সাধন হৈছে, কল্পনাৰো অতীত কথাবোৰ দিঠকত পৰিণত হৈছে। আজি ৫০।৬০ বছৰ আগতেও ডিব্ৰুগড়ৰপৰা গুৱাহাটীলৈ অহা বা গুৱাহাটীৰ পৰা কলিকতালৈ যোৱা বৰ ভাবনাৰ বিষয় আছিল; আগৰ দিনত ঘোঁৰাই আছিল আটাইতকৈ বেগবান বাহন; কিন্তু আজি বিজ্ঞানৰ গুণত মানুহে গুৱাহাটীৰ পৰা কলিকতালৈ দুঘণ্টাতে যাব পাৰে। এমাহৰ পথ এতিয়া এঘণ্টাতে যাব পৰা হৈছে। শব্দতকৈও বেগী বিমান আজি কালি আবিষ্কাৰ হৈছে। শব্দৰ বেগ ঘণ্টাত ৭২০ মাইল; কিন্তু এতিয়া তাতকৈ বেগবান বিমান প্ৰস্তুত হৈছে। আকৌ নক্ষত্ৰলোকলৈ যাব পৰা ৰকেট যানৰ গবেষণাৰো যথেষ্ট অগ্ৰগতি হৈছে। এই ৰকেট যানবোৰৰ বেগ হব ঘণ্টাত কেইবাহাজাৰো মাইল। ১৯৫৭।৫৮ চনতে হেনো পৃথিৱী প্ৰদক্ষিণ কৰিব পৰা উপগ্ৰহ তৈয়াৰ হব। এই উপগ্ৰহবোৰে হেনো ঘণ্টাত ১৮,০০০ মাইল বেগত পৃথিৱীৰ পৰা ২০০।৩০০ মাইল ওপৰত থাকি পৃথিৱীক প্ৰত্যেক ১৷০ ঘণ্টাতে একোবাৰ প্ৰদক্ষিণ কৰিব।

যানবাহনত বিজ্ঞানে যি দৰে অগ্ৰগতি আনিছে অন্যান্য বিষয়তো বিজ্ঞানে সেইদৰে ভাবিব নোৱাৰা অগ্ৰগতি কৰিছে। আগেয়ে যোৰহাটৰ খবৰ গুৱাহাটীত পাবলৈ বা গুৱাহাটীৰ খবৰ ডিব্ৰুগড়ত পাবলৈ ভালেমান দিন লাগিছিল। এতিয়া যোৰহাট, ডিব্ৰুগড়ৰ তো কথাই নাই, সাতসাগৰ তেৰ নদীৰ সিপাৰে থকা লণ্ডন, নিউয়ৰ্কৰ খবৰো আমি এতিয়া নিমিষতে পাব পৰা হৈছোঁ। ৰেডিও, টেলিগ্ৰাফ, টেলিফোন আদি বিজ্ঞানৰ অত্যাশ্চৰ্য্য আবিষ্কাৰবোৰৰ গুণত এঠাইৰ পৰা আন ঠাইলৈ খবৰ বাতৰিবোৰ বিজুলীবেগত পঠাব পৰা হৈছে। বিজ্ঞানৰ গুণত আজি বিশালা ধৰিত্ৰী আৰু বিশালা হৈ থকা

নাই। যদি হাজাৰ মাইল পথ আমি দুঘণ্টাতে যাব পাৰো আৰু পৃথিবীৰ ইমূৰৰ খবৰ সিমূৰত নিমিষতে পাব পাৰো তেতিয়া যে বিশালা ধৰিত্ৰী বিশালা হৈ নাথাকিব তাক নকলেও আমি সকলোৱে বুজো। বিজ্ঞানৰ এইবোৰ আবিষ্কাৰৰ গুণত পৃথিবীৰ বিভিন্ন জাতিৰ মানুহৰ ভিতৰত সংমিশ্ৰণ আৰু অহাযোৱা বাঢ়িছে। ভাৰতৰ মানুহ আমেৰিকা, ইংলণ্ড আদি দেশলৈ গৈছে আৰু সেইবোৰ দেশৰ মানুহ ভাৰতলৈ আহিছে। আগৰ দিনত দুই এজন অসীম সাহসিক পৰিব্ৰাজকে মাথোন বিভিন্ন দেশ পৰিভ্ৰমণ কৰিছিল। চীনা পৰিব্ৰাজক ফাহিয়ান আৰু হিউৱেন চাঙ ভাৰতলৈ আহিছিল। মাৰ্ক পোলো য়ুৰোপৰ পৰা চীনলৈ গৈছিল; কিন্তু এতিয়া বিজ্ঞানৰ উন্নতিৰ গুণত অধিক সংখ্যক মানুহে দেশ বিদেশ পৰিভ্ৰমণ কৰিছে। বেছি দিনৰ কথা নালাগে—আজি পোন্ধৰ কুৰি বছৰ আগতেও আমাৰ অসমত বিলাতলৈ যোৱা মানুহ আঙুলিৰ মূৰত লেখিব পৰা আছিল। আমেৰিকা, ৰুছিয়া আদি দেশলৈ যোৱা মানুহ নাছিল বুলিলেও হয়। তেতিয়াৰ দিনত কোনো মানুহ বিলাতলৈ ওলালে অনেক বিদায় সভা হৈছিল, মাল্যদান হৈছিল, আৰু প্ৰীতি ভোজৰ আয়োজন হৈছিল। ষ্টেছনত আগবঢ়াই থবলৈ যোৱামানুহ কেইবাশও হৈছিল। আকৌ কোনোবা বিলাতৰ পৰা ঘূৰি আহিলেও তেওঁৰ সম্বৰ্দ্ধনা জাকজমকীয়া হৈছিল আৰু স্কুলত, কলেজত ৰাজহুৱা সভাত তেওঁ বক্তৃতা দিব লগীয়া হৈছিল। কিন্তু এতিয়া আমাৰ অসমতো বিলাত আমেৰিকালৈ যোৱা মানুহৰ সংখ্যা এনেদৰে বাঢ়িব ধৰিছে যে কোন আহিল, কোন গল তাৰো খবৰ মানুহে লব নোৱাৰা দৰে হৈছে। বছৰি বছৰি বিদেশলৈ যোৱা মানুহৰ সংখ্যা বাঢ়িহে গৈছে। এতিয়া বিজ্ঞানৰ গুণত প্ৰত্যেকে



হিউৱেন চাং ফাহিয়ান হবৰ সুবিধা পাইছে। এতিয়া আৰু এঠাইৰ মানুহ আন ঠাইলৈ যাবৰ বাবে কোনো ভৌগলিক বাধা নাই। আগৰ দৰে এতিয়া আৰু সঙ্কীৰ্ণ পৰিসৰৰ ভিতৰতে মানুহ বন্ধ হৈ থাকিব নালাগে।

এই বিভিন্ন দেশৰ, বিভিন্ন জাতিৰ, বিভিন্ন ধৰ্ম্মৰ আৰু বিভিন্ন ভাষাৰ মানুহৰ সংমিশ্ৰণৰ প্ৰভাৱ যে সমাজৰ নিয়ম কানুন, কৃষ্টি, ভাষা, সাহিত্য আৰু সভ্যতাবো ওপৰত পৰিব, সি ধ্ৰুব। বিভিন্ন দেশৰ মানুহৰ সংমিশ্ৰণৰ ফলত সমাজৰ নিয়ম কানুন সলনি হৈছে, পোছাক পৰিচ্ছদৰ পৰিবৰ্ত্তন হৈছে, ভাবৰ আৰু কথাৰ আদান প্ৰদান হৈছে আৰু তাৰ ফলত ভাষা আৰু সাহিত্যবো ৰূপ পৰিবৰ্ত্তন হৈছে।

আগেয়ে আমাৰ দেশত চুৰিয়াৰহে প্ৰচলন আছিল; কিন্তু এতিয়া স্কুল কলেজৰ ছাত্ৰবোৰৰ সাজ পাৰৰ পিনে লক্ষ্য কৰিলে দেখিব চুৰিয়া পিন্ধা ছাত্ৰৰ সংখ্যা একেবাৰে কমি গৈছে। চুৰিয়াৰ পৰিবৰ্ত্তে ঠেঙা পায়জামাৰ প্ৰচলন হৈছে। সেইদৰে আগেয়ে বিভিন্ন ধৰ্ম্মৰ মানুহে একেলগে খোৱাবোৱা কৰা কথাটো নালাগে একে ধৰ্ম্মৰ বিভিন্ন সম্প্ৰদায়ৰ মানুহেও একেলগে খোৱা-বোৱা কৰা কথা ভাবিব নোৱাৰা আছিল; কিন্তু এতিয়া হিন্দু, মুছলমান, খৃষ্টিয়ান সকলোৱে একেলগে খোৱা-বোৱা বিনা সঙ্কোচে কৰে। এইদৰে সমাজৰ নিয়ম-কানুন, আচাৰ-ব্যৱহাৰ, খোৱা-বোৱা, পিন্ধাউৰাৰ ৰীতিৰ পৰিবৰ্ত্তনৰ লগে লগে আমাৰ ভাষা আৰু সাহিত্যবো পৰিবৰ্ত্তন হৈছে।

ভৌগলিক কাৰণত আগৰ দিনত এখন দেশৰ মানুহে আন এখন দেশৰ মানুহৰ লগত ঘনিষ্ঠ ভাবে মিলিব নোৱাৰিছিল;

ফলত বেলেগ বেলেগ দেশত বেলেগ বেলেগ সমাজৰ নিয়ম কানুন আৰু বেলেগ বেলেগ ভাষা গঢ়ি উঠিছিল। ভাৰতবৰ্ষ অতি পুৰণি দেশ; বহু হাজাৰ বছৰ আগৰে পৰা এই ঠাইত মানুহৰ বসতি হৈ আছে; কিন্তু দাক্ষিণাত্যৰ মানুহৰ উত্তৰ ভাৰতৰ মানুহৰ লগত বা অসমৰ মানুহৰ উত্তৰ প্ৰদেশৰ মানুহৰ লগত ঘনিষ্ঠ ভাবে মিলিবৰ সুবিধা নোহোৱাত বেলেগ বেলেগ অঞ্চলত বেলেগ বেলেগ ভাষা গঢ়ি উঠিছিল। সেইদৰে য়ুৰোপতো নানা ভাষাৰ উৎপত্তি হৈছিল। আমাৰ অসমতো এখন পৰ্ব্বতৰ মানুহৰ আন এখন পৰ্ব্বতৰ মানুহৰ লগত বেছি মিলাপ্ৰীতি নোহোৱাত পৰ্ব্বতে পৰ্ব্বতে নানা দোৱান গঢ়ি উঠিছিল। আকৌ আগৰ দিনত কামৰূপৰ মানুহৰ যোৰহাটৰ মানুহৰ লগত বা গোৱালপাৰাৰ মানুহৰ ডিব্ৰুগড়ৰ মানুহৰ লগত সামান্য ভাৱেহে অহা-যোৱা হৈছিল। গতিকে গোৱালপাৰাৰ পৰা ডিব্ৰুগড়লৈ বিস্তৃত ব্ৰহ্মপুত্ৰ উপত্যকাৰ মানুহ এক অসমীয়া ভাষী হলেও এঠাইৰ মানুহৰ কথিত ভাষাৰ লগত আন এঠাইৰ কথিত ভাষাৰ বহুত অমিল হৈছিল।

এতিয়া বিজ্ঞানৰ গুণত কেৱল কামৰূপৰ মানুহে যে যোৰহাটৰ মানুহৰ লগত ঘনিষ্ঠভাবে অহাযোৱা কৰিছে, বিয়াবাৰুৰ সম্বন্ধ পাতিছে এনে নহয়, ইংলণ্ড আমেৰিকাৰ মানুহৰ লগতো আমাৰ দেশৰ মানুহৰ ঘনিষ্ঠভাবে অহাযোৱা হব ধৰিছে আৰু ভাবৰ আদান প্ৰদান হৈছে। এনে সংমিশ্ৰণৰ ফলত কেৱল যে পৃথিবীৰে সঙ্কোচন হৈছে এনে নহয়, বিভিন্ন সভ্যতা, বিভিন্ন কৃষ্টি, বিভিন্ন ভাষাৰো সঙ্কোচন হব ধৰিছে। চীনা সভ্যতা, ভাৰতীয় সভ্যতা, য়ুৰোপীয় সভ্যতা আদি বিভিন্ন সভ্যতা



লগলাগি এক নতুন মানৱ সভ্যতা গঢ়ি উঠিব ধৰিছে। অলপ দকৈ ভাবি চালেই গম পাম যে এজন ইংৰাজ বা আমেৰিকানে যি দৰে ভাবে সেইদৰে আমিও ভাবিব ধৰা হৈছো বা আমি ভবাৰ দৰে তেওঁলোকেও ভাবিব ধৰিছে। সেইদৰে এক মানৱ সভ্যতা গঢ়ি উঠিব ধৰাৰদৰে আমি গম নোপোৱাকৈ এক মানৱ ভাষাও গঢ়ি উঠিব ধৰিছে। দোৱান আদি ক্ৰমে লোপ পাই যাব ধৰিছে, কামৰূপৰ আৰু যোৰহাটৰ মানুহৰ কথাৰ অসাদৃশ্য কমিছে আৰু নতুন নতুন শব্দ আহি আমাৰ ভাষাত সোমাইছে।

আমাৰ অসমীয়া ভাষাত অসংখ্য ইংৰাজী, হিন্দী, বঙলা শব্দ সোমাইছে। যিমানেই বিভিন্ন দেশৰ ভিতৰত মানুহৰ অহাযোৱা বাঢ়িব, খোৱা-লোৱা, বিয়াবাৰু সম্বন্ধ আদি গঢ়ি উঠিব, সিমানেই আমাৰ ভাষা, কৃষ্টি, সভ্যতাও একভাষা, এককৃষ্টি আৰু এক সভ্যতামুখী হ'ব। এই ক্ৰিয়া এটা প্ৰাকৃতিক ক্ৰিয়া। ইয়াক আমি বাধা দিব নোৱাৰোঁ। যেনেকৈ ৰক্ষণশীল মানুহবোৰৰ বাধা-নিষেধ স্বত্বেও সমাজৰ পুৰণি নিয়ম-কানুনবোৰ লোপ পাই যাব ধৰিছে, তেনেকৈ ৰক্ষণশীল মানুহবোৰৰ যত্ন স্বত্বেও আমাৰ ভাষাত অসংখ্য বিদেশী শব্দ সোমাই আমাৰ ভাব আৰু ভাষাৰ এক বিৰাট সমন্বয় ঘটাব ধৰিছে আৰু আমি সেইবোৰ শব্দ ব্যৱহাৰ কৰিব নুখুজিলেও, কথাই-বতৰাই সেইবোৰ শব্দহে আহি পৰিবহি। এতিয়াই আমাৰ কথা-বতৰাত ইমানবোৰ ইংৰাজী শব্দ সোমাইছে যে ভাবিলে আচৰিত হব লাগিব। ইংৰাজী নজনা গাঁৱৰ মানুহেও এতিয়া "ইষ্টাইল" শিকিছে, অজ্ঞ গাঁৱৰ মানুহেও এতিয়া ইলেক্‌ট্ৰিচিটি, হেডমাষ্টৰ, কলেৰা, গভৰ্ণমেণ্ট, গভৰ্ণৰ, ডেপুটী কমিছনাৰ আদি বুলি কয়, ইলেক্‌ট্ৰিচিটিৰ পৰিবৰ্ত্তে বিদ্যুৎ, হেডমাষ্টৰৰ পৰিবৰ্ত্তে প্ৰধান

শিক্ষক. হাৰ্টৰ পৰিবৰ্তে হৃৎপিণ্ড, গভৰ্ণৰৰ পৰিবৰ্তে ৰাজ্যপাল, ডেপুটী কমিছনাৰৰ পৰিবৰ্তে উপায়ুক্ত, টেবুলৰ পৰিবৰ্তে মেজ, কলেৰাৰ পৰিবৰ্তে হাইজা, ফটোৰ পৰিবৰ্তে ছবি আদি শব্দ আমি প্ৰত্যেকে পাহৰাৰ দৰে হৈছোঁ। শিক্ষিত মানুহে ৫ মিনিটৰ কথাতে ১০। ১২ বা ততোধিক ইংৰাজী বা আন অনাঅসমীয়া শব্দ ব্যৱহাৰ কৰে। পৰীক্ষাত ছাত্ৰৰ পাছ হোৱা ফেল হোৱা, ভোটলোৱা আদি শব্দৰ কথা তো নাৱেই, আন কি ডেকা সমাজৰ ভিতৰত ব্ৰাদাৰ, কাদাৰ, মাদাৰ আদি শব্দৰহে প্ৰচলন হৈছে। এজন ছাত্ৰই আনজন ছাত্ৰক এতিয়া ব্ৰাদাৰ বা কমৰেড্ বুলিহে মাতে। ছাৰ শব্দটো আমি কেতিয়াবাই হজম কৰি পেলছোঁ। আকৌ আমি শিক্ষিত সমাজে ফৰ. এগেন'ষ্ট, প্ৰিৰেণ্টেড, ব্লাড, ব্লাফ, ইউনিফৰ্ম বা তাতকৈ কঠিন ইংৰাজী শব্দবোৰ কথাই-বতৰাই এনেদৰে ব্যৱহাৰ কৰিব ধৰিছো যে আমাৰ কথা-বতৰা গাঁৱৰ মানুহে বুজাৰ দৰেই হৈ আহিছে। অৱশ্যে আমাৰ কথা-বতৰাবোৰো গাঁৱৰ মানুহেও ক্ৰমে বুজিব আৰু আমাৰ দৰেই ব্যৱহাৰ কৰিব। এইদৰে কোনো ভাষাবিদে গৱেষণা কৰিলে গম পাব যে আমাৰ ভাষাত কিমান হাজাৰ বিজাৰ বিদেশী শব্দ সোমাইছেহি। বিদেশী শব্দ আমাৰ আপোন হৈছে আৰু আপোন শব্দও বিদেশী হৈছে। কোনো কোনো সাহিত্যিকে এই কথা লৈ মাজে মাজে খেদ কৰে; কিন্তু পুৰণি আচাৰ-ব্যৱহাৰ লোপ হৈ যোৱাৰ দৰে এই ক্ৰিয়াটোও এটা প্ৰাকৃতিক ক্ৰিয়া। যিমানেই বিভিন্ন দেশৰ মানুহৰ ভিতৰত সংমিশ্ৰণ বাঢ়িব সিমানেই এই ক্ৰিয়াৰ বেগো বাঢ়িব।

বিজ্ঞানৰ আৰু এটা আবিষ্কাৰৰ গুণত বিভিন্ন দেশৰ মানুহৰ ভিতৰত ভাবৰ আৰু কথা-বতৰাৰ আদান-প্ৰদানৰ সুবিধা



হৈছে। সেইটো হৈছে ছাপাখানাৰ আৰু কাগজৰ আবিষ্কাৰ। আগতে গছৰ পাতত বা ছালত, শিলত বা তাম আদি ধাতুৰ ফলিত মানুহে লিখিছিল। স্বভাৱতে এনে লিখা অতি সামান্য সংখ্যক মানুহেহে পঢ়িব পাৰিছিল। বিখ্যাত দাৰ্শনিকৰ দাৰ্শনিক ৰহস্য বা কবিৰ কাব্যৰ কথা সাধাৰণ মানুহে নাজানিছিল। আগেয়ে গ্ৰন্থবোৰ দুষ্প্ৰাপ্য আছিল, কোনো গ্ৰন্থৰ সমগ্ৰ দেশতে মাত্ৰ এটা বা দুটাহে নকল আছিল; কিন্তু এতিয়া ছাপাখানাৰ আৱিষ্কাৰৰ লগে লগে সকলো গ্ৰন্থৰে হাজাৰ হাজাৰ নকল ওলাইছে। ছাপাখানাৰো দিনকে দিনে উন্নতিহে হৈ গৈছে। "লাইনো টাইপ," "মনোটাইপ" আদি মেচিনৰ সহায়ত অতি কম সময়ৰ ভিতৰতে ডাঙৰ ডাঙৰ কিতাপ ছপাই উলিয়াব পৰা হৈছে। আকৌ কিতাপ ছপাই উলিয়াবলৈ নিতৌ পৃথিবীত লাখ লাখ মোন কাগজৰ উৎপাদন হৈছে। একোখন দেশত নিতৌ কিমান মোন কাগজ খৰচ হয়, ভাবিলে আচৰিত হব লাগে। কাগজ শিল্পৰো আজি কালি ইমান উন্নতি হৈছে যে কেৱল যে কম সময়ৰ ভিতৰতে শ শ মোন কাগজ কাৰখানাত প্ৰস্তুত হৈছে এনে নহয়, বিভিন্ন গুণৰো কাগজ উৎপাদন হৈছে। সেইদৰে মানুহে লিখিবৰ বাবেও বৈজ্ঞানিকে উন্নত ধৰণৰ কলম, উন্নত ধৰণৰ চিয়াঁহী আবিষ্কাৰ কৰিছে। এইবোৰ আবিষ্কাৰৰ গুণত এতিয়া লিখাপঢ়া জনা মানুহৰ সংখ্যা নিতৌ বাঢ়িব ধৰিছে আৰু আমি গুৱাহাটীত বহিয়ে পৃথিবীৰ দেশ-বিদেশৰ সাহিত্যিক, কবি, দাৰ্শনিক, বৈজ্ঞানিকৰ লিখনী পঢ়িব পাৰিছোঁ। ইয়াৰ ফলত আমাৰ মনৰ সঙ্কীৰ্ণতা দূৰ হৈছে আৰু ভাবৰ, ভাষাৰ আৰু সাহিত্যৰ সমন্বয় ঘটিছে। ছাপাখানা আৰু কাগজৰ

আৱিষ্কাৰৰ প্ৰভাৱ ভাব, ভাষা আৰু সাহিত্যৰ ওপৰত যে গভীৰ ভাৱে পৰিছে তাক অলপ ভাবি চালেই আমি গম পাম।

বিজ্ঞানৰ অগ্ৰগতিৰ লগত এটা বৈজ্ঞানিক ভাষাও তৈয়াৰ হৰ ধৰিছে। এই বৈজ্ঞানিক ভাষা আন্তৰ্জাতিক। বিজ্ঞানৰ এনে কেতবোৰ শব্দ আছে যিবোৰৰ সকলো দেশতে প্ৰচলন আছে। আকৌ আমি পৰিভাষা কৰিলেও বিজ্ঞানৰ বহুতো শব্দৰ সম্যক অৰ্থ পৰিভাষাৰ সহায়ত বুজোৱা টান। ৰেডিও' টেলিভিচন, টেলিগ্ৰাফ, টেলিফোন, টাইপ ৰাইটাৰ, টাৰ্বাইন, জেট বিমান, ডি,ডি,টি, ক্লোৰিন, ফ্লুৰিন, নিউক্লিয়াৰ পাইল, এটমিক ৰিএক্টৰ, ইউৰেনিয়াম, থোৰিয়াম, ৰেডিয়াম আদি অসংখ্য শব্দ আন্তৰ্জাতিক শব্দৰ দৰে হৈছে। নিতো আবিষ্কাৰ হোৱা এই অসংখ্য বস্তুৰ নাম পৰিভাষাৰে বুজোৱা অসম্ভৱ। অক্সিজেন অম্লযানেৰে, হাইড্ৰোজেন উদযানেৰে, নাইট্ৰোজেন যবক্ষাৰযানেৰে বা টেলিফোন কাণ ফুচফুচেৰে বুজাব বুলিলেও ক্লোৰিন, ফ্লুৰিন, নিয়ন, আৰ্গন আৰু কেইবালাখো ৰাসায়নিক বস্তুৰ নাম পৰিভাষা তৈয়াৰ কৰি বুজোৱা কোনোমতে সম্ভৱ নহয়। আগতে সৌৰজগতৰ বুধ, শুক্ৰ, পৃথিবী, মঙ্গল, বৃহস্পতি আৰু শনি এই কেইটা গ্ৰহকে আমাৰ উপৰি পুৰুষসকলে জানিছিল। ৰাহু কেতুক গ্ৰহ বুলি ধৰিলেও এই দুটা কোনো গ্ৰহ নহয়। আধুনিক বিজ্ঞান মতে পৃথিবী আৰু চন্দ্ৰৰ কক্ষৰ ছেদবিন্দু দুটাই ৰাহু আৰু কেতু। যেতিয়া এই গ্ৰহৰ উপৰিও ইউৰেনাচ আৰু নেপচুন নামৰ গ্ৰহ দুটাৰ আৱিষ্কাৰ হ'ল, তেতিয়া আমি পৰিভাষাৰ সহায়ত তাৰ নাম থলোঁ ইন্দ্ৰ আৰু বৰুণ। যেতিয়া প্লুটো আৰু মঙ্গল আৰু বৃহস্পতিৰ মাজত থকা অসংখ্য ক্ষুদ্ৰ গ্ৰহপুঞ্জৰ আবিষ্কাৰ হল তেতিয়া আৰু দেৱদেৱতাৰ নামেৰে



গ্ৰহবোৰৰ নামকৰণ কৰা অসম্ভৱ হল। এইদৰে বিজ্ঞানৰ অগ্ৰগতিৰ লগে লগে এটা আন্তৰ্জাতিক বৈজ্ঞানিক ভাষাও গঢ় উঠিব ধৰিছে। এই বৈজ্ঞানিক ভাষা আমি আমাৰ সাহিত্যত গ্ৰহণ নকৰি নোৱাৰা হৈছোঁ। ইঞ্জিনিয়াৰিং, ডাক্তৰী, ৰসায়ন, পদাৰ্থ, উদ্ভিদ, জীৱ আদি বিজ্ঞানৰ শাখা প্ৰশাখাবোৰত এনে অসম্ভৱৰূপে অগ্ৰগতি হৈছে যে আমি কেৱল পৰিভাষাৰ সহায়ত বিজ্ঞানৰ অগ্ৰগতিৰ লগত সমানে চলা টান হৈছে। গতিকে পৰিভাষাৰ আৱশ্যক থাকিলেও আমি এতিয়া আন্তৰ্জাতিক বৈজ্ঞানিক শব্দবোৰ ব্যৱহাৰ নকৰাকৈ থাকিব নোৱাৰা হৈছোঁ। আন কি আমি বহুতো বৈজ্ঞানিক শব্দৰ জোৰকৈ পৰিভাষা কৰিলেও সেইবোৰ শব্দ দুবুজাৰ দৰে হৈছে আৰু আমি ব্যৱহাৰ নকৰা হৈছোঁ। উদাহৰণ স্বৰূপে ভিটামিন শব্দটোকে লব পাৰো। ইয়াৰ অসমীয়া প্ৰতিশব্দ খাদ্যপ্ৰাণ। বিশুদ্ধ অসমীয়াৰ খাটিৰত খাদ্যপ্ৰাণ লিখিলেও কথাই বতৰাই আমি ভিটামিনহে ব্যৱহাৰ কৰোঁ আৰু ভিটামিন বুলিলে যি বুজোঁ খাদ্যপ্ৰাণ বুলিলে ঠিক সেইখিনি কথাই চকুৰ আগত নপৰেহি। আকৌ ভিটামিন কেৱল এটা নহয়; ভিটামিনে এ, বি, চি ডি,ই আদি অসংখ্য ভিটামিনৰ আৱিষ্কাৰ হৈছে। অশিক্ষিত মানুহেও ডাক্তৰৰ কথামতে ভিটামিন এ, ভিইটামিন বি আদি ব্যৱহাৰ কৰা হৈছে। খাদ্যপ্ৰাণ ক, খাদ্যপ্ৰাণ খ, খাদ্যপ্ৰাণ গ আদি নাম কৈ আমি ফাৰ্মাছী বা ঔষধৰ দোকানলৈ কিনিবলৈ গলে বোধকৰোঁ সেইবোৰ বস্তু কিনিবকে নোৱাৰিম। সেইদৰে "হৰমোন" নামৰ এবিধ বস্তুৰ আৱিষ্কাৰ হৈছে। ভিটামিনৰ পৰিভাষা খাদ্যপ্ৰাণ কৰিলেও "হৰমোন," "এনজাইম" আদিৰ পৰিভাষাই তৈয়াৰক্ৰি

কৰা টান হৈছে। আমাৰ শৰীৰৰ ভিতৰত কিছুমান নলহীন গ্ৰন্থি আছে আৰু সেই গ্ৰন্থিবোৰৰ পৰাই হৰমোনৰ উৎপাদন হয়। এই হৰমোনে শৰীৰৰ নানা ক্ৰিয়া প্ৰক্ৰিয়াবোৰ চলায়। উদাহৰণ স্বৰূপে ইনছুলিন নামৰ হৰমোনৰ সহায়ত আমাৰ শৰীৰে চেনি গ্ৰহণ কৰি শৰীৰত শক্তি যোগাব পাৰে। ইনছুলিনৰ অভাৱ হলে শৰীৰৰ চেনি গ্ৰহণ কৰা শক্তি লোপ পায় আৰু বহুমূত্ৰ ৰোগ হয়। থাইৰদ গ্ৰন্থিৰ পৰা উৎপাদন হোৱা এড্ৰিনেলিন হৰমোনৰ সহায়ত শৰীৰৰ নানা ক্ৰিয়া প্ৰক্ৰিয়াবোৰ চলি থাকে এই হৰমোনৰ অভাৱ হলে ৰোগ বেমাৰ হয়। এনজাইম নামৰ শ্ৰেণীৰ বস্তুবোৰো...হৰমোনৰ দৰেই আৰু এইবোৰ বস্তুৰ সংযোগত শৰীৰৰ ভিতৰত হোৱা নানা ৰাসায়নিক ক্ৰিয়াবোৰ শৰীৰৰ উত্তাপতে ঘটে বা দ্ৰুত গতিত সম্পন্ন হয়। উদাহৰণ স্বৰূপে টাই আলিন নামৰ এবিধ আমাৰ থুত থকা এনজাইমৰ সহায়ত ভাত কটি আদি শ্বেতসাৰ বস্তু পেটে নোপাওঁতেই ভাঙি গ্লুকোজ নামৰ আঙুৰৰ ৰসত থকা এবিধ চেনিত পৰিণত হয়। এই হৰমোন, এনজাইম গ্লুকোজ, লেক্টোজ, আদি বিবিধ প্ৰকাৰৰ চেনি আদিৰ বৈজ্ঞানিক শব্দৰ পৰিভাষা তৈয়াৰ কৰা টান হৈছে আৰু কোনোবাই এইবোৰ শব্দ তৈয়াৰ কৰিলেও তাক প্ৰচলন কৰা টান। বিজ্ঞানৰ অগ্ৰগতিৰ লগে লগে এইদৰে এটা আন্তৰ্জাতিক বৈজ্ঞানিক ভাষাৰ সৃষ্টি সমগ্ৰ পৃথিবীতে হব ধৰিছে আৰু এই ভাষাৰ প্ৰভাৱ আমাৰ সাহিত্যতো আহি পৰিছে।

সমবেত সুধীবৃন্দ, পশ্চিমৰ দেশত যদিও বিজ্ঞানৰ যথেষ্ট অগ্ৰগতি হৈছে, তথাপি আমাৰ দেশ আৰু বিশেষকৈ অসম



বিজ্ঞান জগতত তেনেই পাচ পৰা। বিজ্ঞানৰ অগ্ৰগতিৰ ফলত আমি আজি ৰাৱণে পুষ্পক ৰথত উঠি আকাশত বিচৰণ কৰাৰ দৰে বিচৰণ কৰিব পাৰোঁ, বা মহাসমুদ্ৰৰ তলেৰে যাতায়াত কৰিব পাৰো। বিজ্ঞানৰ অগ্ৰগতিৰ গুণত কলেৰা, টাইফয়েদ, কলাজ্বৰ, নিমোনিয়া, মেলেৰিয়া যক্ষ্মা আদি জীৱাণুঘটিত ৰোগসমূহ আমি জয় কৰিবলৈ সমৰ্থ হৈছোঁ। ইনফ্লুয়েঞ্জা, শিশু পক্ষাঘাত শিয়ালগালা আদি ভাইৰাচ ঘটিত ৰোগসমূহ জয় কৰাতো বিজ্ঞান যথেষ্ট অগ্ৰসৰ হৈছে। বিজ্ঞানৰ গুণত আজি সদামৃত মানুহৰ চকু অন্ধৰ চকুত লগাই অন্ধৰ অন্ধত্ব দূৰ কৰিব পৰা সম্ভৱ হৈছে। পথাৰৰ শস্য নানা কৃত্ৰিম সাৰৰ সহায়ত নদন বদন কৰিব পৰা হৈছে। ঘৰতে বহি সঞ্জয়ে দিব্য চক্ষুৰে কুৰুপাণ্ডৱৰ যুদ্ধ দেখাৰ দৰে আমি দুৰবিণৰ নৰ্ত্তকীৰ নাচ, খেলোৱাৰৰ খেলা বা পালোৱানৰ মল্লযুদ্ধ চাব পৰা হৈছোঁ। পৰমাণু শক্তি আবিষ্কাৰ হোৱাত শক্তিৰ যি অফুৰন্ত ভাণ্ডাৰৰ সন্ধান পোৱা হ'ল সেই শক্তিৰ সহায়ত এতিয়াই বিজুলী শক্তি উৎপাদন কৰিব পৰা হৈছে। আৰু সাগৰৰ তলেদি চলা চাবমেৰিন জাহাজ চলাব পৰা হৈছে। ভৱিষ্যতে কাঠ কয়লা, পেট্ৰোলিয়াম আদি গতানুগতিক শক্তিৰ উৎসবোৰৰ ঠাইত ইউৰেনিয়াম, থোৰিয়াম, আদি ধাতু শক্তিৰ উৎস হিচাপে ব্যৱহাৰ হব; কিন্তু অন্যান্য দেশত পৰমাণু শক্তি ব্যৱহাৰ কৰাত অগ্ৰগতি কৰিলেও আমাৰ ভাৰতত আমি শক্তি ঘাইকৈ গৰু ম'হৰ গোবৰ পুৰিহে পাওঁ। প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱে এসময়ত কৈছিল যে ভাৰত কেৱল শক্তিৰ ব্যৱহাৰৰ ক্ষেত্ৰতহে গোবৰৰ যুগতে আছে এনে নহয়, অন্যান্য বহুতো ক্ষেত্ৰতো আমি

এতিয়াও গোবৰৰ যুগতে আছোঁ। ভাৰতৰ এচুকত থকা আমাৰ অসম দেশখন বিজ্ঞানত একেবাৰে পাচ পৰা। যদিও আমাৰ গৱৰ্ণমেণ্ট বা শিক্ষিত সমাজ এতিয়া এই বিষয়ত যথেষ্ট সজাগ হৈছে তথাপি আমাৰ জনসাধাৰণ এতিয়াও বিজ্ঞানৰ বিচিত্ৰ কাহিনীবোৰৰ বিষয়ে অজ্ঞ হৈ আছে। সাহিত্য সভাই এই বিজ্ঞান শাখাৰ যোগেদি আমাৰ জনসাধাৰণক বিজ্ঞান সম্পৰ্কে কিছু জ্ঞান দিব পাৰিলেও, এই শাখা স্থাপনৰ উদ্দেশ্য সফল হ'ব।

সমবেত সুধীবৃন্দ, মই আপোনালোকৰ বহুমূলীয়া সময় আৰু নষ্ট নকৰোঁ। মই আপোনালোকক পুনৰ সভাত উপস্থিত থাকি সভাৰ সৌন্দৰ্য্য বৃদ্ধি কৰা বাবে শলাগ জনাওঁ।

———



ডক্তৰ শ্ৰীযুত ৰোহিণীকান্ত বৰুৱা

বিজ্ঞান শাখা ঃ—

# সভাপতিৰ অভিভাষণ

ডক্টৰ শ্ৰীযুত ৰোহিণীকান্ত বৰুৱা

সমবেত সুধীবৃন্দ !

অসম সাহিত্য সভাৰ বিজ্ঞান শাখাৰ সভাপতি স্বৰূপে আপোনালোকৰ এই বাছনিয়ে মোক অশেষ সন্মানৰ অধিকাৰী কৰিছে। এই সন্মানৰ বাবে মোতকৈ যোগ্যজন অসমৰ শিক্ষাকেন্দ্ৰ গুৱাহাটী চহৰতে অনেকো আছে। এই অনুৰোধ যে মোৰ প্ৰতি আপোনালোকৰ উপচি পৰা সদিচ্ছাৰে প্ৰতীক সেই বিষয়ে মোৰ অকণো সন্দেহ নাই আৰু এই সদিচ্ছাৰে মোক আপোনালোকৰ ওচৰত চিৰদিন ধৰুৱা কৰি ৰাখিলে।

এই বিজ্ঞান সন্মিলনীৰ আৰম্ভণীতে বিজ্ঞানৰ সুদূৰ বিয়পা শাখা প্ৰশাখাৰ বিষয়ে উল্লুকিয়াই থোৱাটো সমীচীন হ'ব। বিজ্ঞানৰ প্ৰত্যেকটো শাখাই এটা বিশেষ অনুশীলনৰ বিষয় বস্তু আৰু সেই বিষয়ত দীক্ষিত সকলেহে তাৰ বিষয়ে আলোচনা কৰিবলৈ সাহ কৰিব পাৰে। একো একোটা বিষয়ৰ আকৌ বেলেগ বেলেগ ভাগ আছে আৰু সেই ভাগবিলাকৰ বিষয়েহে তাৰ অনুধ্যায়ীসকলে বিশদৰূপে ক'ব বা লিখিব পাৰে। বহল ভাৱে মাথোন এইটো ক'ব পাৰি যে এই সকলো অনুশীলনৰ উদ্দেশ্য একেটাই। আমাৰ জ্ঞানৰ পৰিসৰ বঢ়োৱা,—নতুন ৰহস্যৰ উদ্‌ঘাটন কৰি নতুন সত্যৰ আৱিষ্কাৰৰ মাজেদি আমাৰ মনো-দিগন্তৰ সীমাৰেখা আৰু প্ৰসাৰী কৰি তোলা।

মানৱ জাতিৰ সভ্যতাৰ ইতিহাসৰ লগত বিজ্ঞানৰ প্ৰগতি সাঙোৰ খাই আছে। এই প্ৰগতিয়ে আমাৰ সুখ-স্বাচ্ছন্দ্যত অপৰিসীম বৰঙণি যোগাইছে সঁচা—কিন্তু পাহৰিলে নচলিব যে বৈজ্ঞানিকৰ অৱদান অকল শাৰীৰিক সুখ-স্বাচ্ছন্দ্যতে আৱদ্ধ থকা নাই, কিন্তু সৃষ্টিৰ বহুতো ৰহস্যৰ সমাধান কৰি দি আমাৰ অনুসন্ধিৎসু মনক মানসিক পাথেয় দিছে। মোৰ বোধেৰে, বিজ্ঞানৰ প্ৰগতি সত্যসন্ধানী অধীৰ মানৱমনৰ অকলশৰীয়া তীৰ্থযাত্ৰা। আদিম মানৱৰ নিঃসহায় অৱস্থাৰ লগত আজিৰ মানুহৰ শক্তি, সামৰ্থ্য আৰু জ্ঞানৰ বিজনি কৰিলেই মানুহৰ মনৰ অপূৰ্ব্ব সৃজনী কৌশলৰ আভাস পোৱা যায়। কেনেকৈ এটাৰ পিচত এটা সত্যৰ উপলব্ধিয়ে, ৰহস্যৰ পিচত ৰহস্যৰ উন্মোচনে আৰু আগবাঢ়িবলৈ আমাক প্ৰেৰণা যোগাইছে, বিজ্ঞানৰ জয়যাত্ৰাই তাকেই সূচায়। মুখ্যভাৱে প্ৰকৃতি, সজীৱ আৰু নিৰ্জীৱ সকলোকে সামৰি আমাৰ পৰিপাৰ্শ্ব, মানুহ, মানৱমন আৰু এই বিশ্বৰ বিষয়ে আমাৰ জ্ঞানৰ পৰিসৰ বঢ়োৱাই বিজ্ঞানৰ উদ্দেশ্য। বিজ্ঞানৰ মৌলিক গৱেষণাবোৰ সঁচাকৈয়ে নিষ্কাম সাধনা—এই সাধনা অকল জ্ঞানমুখী;—তাত কোনো লাভ লোকচানৰ হিচাপ নাই, কাৰ্য্যকৰী প্ৰয়োগৰ উদ্দেশ্যও সেইবোৰ সাধিত নহয়। পৰোক্ষভাৱে জ্ঞানৰ পৰিধি বঢ়াৰ লগে লগেই তাৰ প্ৰয়োজনাও লাহে লাহে আহি পৰে। মৌলিক গৱেষণাও সেই কাৰণে গৌণভাৱে আমাৰ নানা প্ৰয়োজনত আৱশ্যকীয় হৈ পৰে। বিজ্ঞানৰ বিকাশত আমি দেখো ধাৰাবাহিক ভাৱে উপলব্ধি কৰা সত্য আৰু আৱিষ্কৃত জ্ঞানৰাশিৰ পৰম্পৰা। বিজ্ঞানে আমাক প্ৰাকৃতিৰ মাজত থকা ঐক্যৰ সূতিটিৰ কথাকে সোঁৱৰাই দিয়ে। বিজ্ঞানৰ শাখা-প্ৰশাখাৰ



বিস্তৃতিৰ লগে লগে একো একো শাখাৰ পৰিধি আন শাখাৰ পৰিধিৰ কাষ চাপি এই বিভিন্ন শাখাৰ মাজত সোমাই থকা সাধাৰণ মৌলিক সত্যটোৰ সন্ধান দিয়ে। এইদৰে বিচাৰোতে কেতিয়াবা বিভিন্ন প্ৰাকৃতিক ঘটনাসমূহ পৰিচালনা কৰা এটা বহল সত্য আমি বিচাৰি পাওঁ। মাটিলৈ সৰি পৰা আপেলটোৰ পৰা যি মাধ্যাকৰ্ষণী শক্তিৰ সূত্ৰৰ আৱস্তণি হ'ল, তাৰ পৰাই তাতোকৈ বহল নিউটনীয় বলবিদ্যাৰ সূচনা হ'ল আৰু সেই সূত্ৰবোৰৰে প্ৰয়োজনাই নানান্ যন্ত্ৰপাতিৰ উদ্ভাৱন সহজ কৰি দিলে। ডেল্টনৰ পৰমাণুবাদেও তেনেকৈ নতুন ৰাসায়নিক শিল্পৰ কাৰণে বাট দেখুৱাই দিলে। পৰমাণুৰ গঠন সম্পৰ্কে আজি বহুত বছৰ ধৰি চলা মৌলিক গৱেষণাই আমাক পৰমাণুৰ প্ৰকৃতিৰ বিষয়ে সন্ধান দিয়ে। এটা মৌলিক পদাৰ্থৰ পৰমাণুৰ গঠন সলনি কৰি কেনেকৈ আন এটা মৌলিক পদাৰ্থলৈ ৰূপান্তৰ কৰিব পাৰি পদাৰ্থৰ পৰিবৰ্ত্তনৰ লগত শক্তিৰ সম্পৰ্কৰ বিষয়ে বহল মৌলিক গৱেষণাৰ পাচতহে পৰমাণু বোমা আদিৰ প্ৰয়োগ সম্ভৱপৰ হৈ পৰিছে। পৰমাণু বোমা আৰু তাৰ পাচত ওলোৱা হাইড্ৰোজেন বোমাৰ উদ্ভাৱনে মানুহৰ মন আতঙ্কিত কৰি বিজ্ঞান সাধনাকেই দোষী কৰিছে। প্ৰকৃততে, এই কাৰণে বৈজ্ঞানিক সকল কিমান দায়ী কৰ নোৱাৰি। পৰমাণুৰ গঠনৰ ওপৰত ভেটি কৰি যদি বৈজ্ঞানিকে অপৰিসীম শক্তি উৎস এটা আৱিষ্কাৰ কৰা বাবেই জগৰীয়া, তেনে'হলে প্ৰথম জুইৰ ফিৰিঙতি উলিওৱা মানুহজনো কম জগৰীয়া নহ'ব। কাৰণ, তেৱোঁ প্ৰকৃতিৰ এবিধ শক্তিৰ সন্ধানেই দিছিল। দৰাচলতে কবলৈ গ'লে, আণবিক শক্তিৰ আৱিষ্কাৰ তেনে ভয়াবহ নহয়, যেনে ভয়াবহ বিজ্ঞানত

অপৈণত জাতিৰ বিধায়ক শাসকসকল। আণৱিক বোমা, হাইড্ৰোজেন বোমাৰ আৱিষ্কাৰে বৈজ্ঞানিকসকলকে বেছিকৈ আতঙ্কিত কৰিছিল—কেনেবাকৈ এই মাৰণাস্ত্ৰৰ অপব্যৱহাৰ হয় বুলি। মনীষী আইনষ্টাইনৰ নেতৃত্বত এই আণৱিক বিভীষিকাৰ বহুল প্ৰচাৰ বৈজ্ঞানিকসকলেই কৰিছিল। এই বিভীষিকাৰ একমাত্ৰ প্ৰতিষেধক বিজ্ঞান সজাগ বিশ্বৰ জনমত। গণতান্ত্ৰিক ভেঁটিত যেতিয়া গোটেই মানৱজাতিৰ হাতত এই পৰমাণু শক্তিৰ নিয়ন্ত্ৰণ ন্যস্ত হ'ব, তেতিয়া জানোচা দুই এজন ক্ষমতাগৰ্ব্বী মানুহৰ খামখেয়ালিত পৃথিৱীৰ ধ্বংস নহৈ জনকল্যাণৰ কাৰণেহে প্ৰকৃতিৰ এই অফুৰন্ত শক্তি উৎস প্ৰযোজিত হ'ব।

পৰমাণু বোমাই সৰ্ব্বসাধাৰণৰ মানুহৰ মাজত চমক লগালে তাৰ অভূতপূৰ্ব্ব সংহাৰ ক্ষমতাৰে। কিন্তু বিজ্ঞানৰ গৱেষণাগাৰৰ নীৰৱ সাধনাই বিচাৰে এই পৰমাণু শক্তিৰ সহায়েৰে লোক কল্যাণৰ সূচনা কৰাহে। পৰমাণুৰ অন্তৰ্নিহিত শক্তিৰ সহায়ত শান্তিৰ সময়তো নানা লোকহিতকৰ কাম কৰিব পাৰি। পৃথিৱীৰ গৱেষণা-গাৰবোৰত পৰমাণুৰ শৃঙ্খলিত বিভদনেৰে কেনেকৈ শক্তিৰ যোগান পাব পাৰি তাৰ বাবে পৰিকল্পনা আৰু উদ্যোগ চলি আছে। ভৱিষ্যতলৈ এনে দিনো নিশ্চয় আহিব যেতিয়া পৰমাণু শক্তিক ধ্বংসৰ প্ৰতীক বুলি স্বস্তিৰ অৱদান বুলিহে মানুহে আদৰি লব। চিকিৎসা শাস্ত্ৰত আণৱিক শক্তিৰ পৰা উদ্ভৱ হোৱা তেজস্ক্ৰিয় আইচটোপবোৰৰ সহায়েৰে কৰ্কট ৰোগৰ নিৰাময় কৰিব পৰা হ'ব বুলি আশাৰ সঞ্চাৰ হৈছে। জৈৱন ৰসায়নত এই আইচটোপবোৰৰ সহায়ত সন্ধানী কৌশলেৰে শৰীৰৰ ভিতৰত ঘটা নানা অন্তৰ্বৰ্ত্তী ৰাসায়নিক প্ৰক্ৰিয়াৰ অনুশীলন সহজ হৈ পৰিছে।



জনকল্যাণৰ হকে যোগোৱা বিজ্ঞানৰ বৰঙণি তাৰ চকুত চমক লগোৱা আৱিষ্কাৰ সমূহৰ জলমলনিত যোলান পৰি থাকিব পাৰে। চিকিৎসা শাস্ত্ৰত ৰসায়ন আৰু পদাৰ্থ বিদ্যাৰ সহায় কিমান আপুৰুগীয়া তাৰ প্ৰমাণ নানান্ ঔষধপাতি আৰু এক্সৰে আদি নিতৌ লাগতিয়াল আহিলাবোৰেই।

মানৱ সেৱাৰ আৰু এটা ফাল আমি দেখা পাওঁ খাদ্যতত্ত্ব আৰু পৰিপুষ্টি বিজ্ঞানত। উনৈশ শতিকাৰ চিকিৎসা জগতে সকলো বেমাৰৰ পম বিচাৰি ফুৰিছিল বীজাণুৰ অস্তিত্বত। জৈৱন ৰসায়ন আৰু পৰিপুষ্টি বিজ্ঞানে আৰু এটি ৰহস্যৰ কোণ দাঙি ধৰিছে, সেয়ে হৈছে অভাৱজনিত ব্যাধি। খাদ্যৰ অপৰিহাৰ্য্য অঙ্গ যে ভাইটামিনবিলাক আৰু এই ভাইটামিনবিলাকৰ অৱৰ্ত্তমানত যে শৰীৰৰ পূৰ্ণ-সৌষ্ঠৱ ব্যাহত হয় বোধকৰো কুৰি-শতিকাৰ চিকিৎসাত সেয়ে এটা অভিনৱ অৱদান। ভাইটামিন বিলাকৰ আৱিষ্কাৰৰ ইতিবৃত্তই দেখুৱাই দিয়ে যে মানৱ সেৱাৰ মহান ভাৱেই এই অনুশীলনবোৰত আছিল। ওলন্দাজ ডাক্তৰ এইজকমেনে বেৰিবেৰি বেমাৰৰ পম খেদোতেই ভাইটামিন বি বা থিয়ামিনৰ আৱিষ্কাৰ হ'ল। অপৰিপুষ্টিৰ মাজত ডাঙৰ দীঘল হোৱা মাৰ্কিন দেশৰ দক্ষিণাংশত থকা নিগ্ৰো অধিবাসীসকলৰ জীৱাতু দেখি, তাৰে নিৰাময়ৰ কাৰণে ডক্টৰ গোল্ডবাৰ্জাৰে কৰা চেষ্টাৰ ফলতেই নিকটিনিক এচিদ নামৰ আৰু এবিধ ভাইটামিনৰ সন্ধান আমি পালো। আজিকালি চিকিৎসকসকলৰ অনুগ্ৰহত ভাইটামিন বিলাকৰ নাম আমাৰ বহুতৰে মুখে মুখে। কিছুমান ভাইটামিনৰ উৎপনো বৃহৎ উদ্যোগত পৰিণত হৈছে। কিন্তু সেই ভাইটামিনবিলাকৰ প্ৰথম আৱিষ্কাৰ আৰু উৎপাদন বোধকৰো বহুতৰেই অবিদিত। ইয়াৰ পিচত আছে বহুত বছৰ ব্যাপী চলি থকা জৈৱন ৰাসায়নিক-

সকলৰ নীৰৱ সাধনা। প্ৰথম গ্ৰাম ভাইটামিন বিৰ উৎপাদন টকাৰ হিচাপে জুখিলে কেইবা লাখ টকাতো পৰিবগৈ। ১৯২৬ চনত মেনচেন আৰু ডনাথৰ ভাইটামিন বিৰ প্ৰথম প্ৰামাণিক উৎপাদনৰ পৰা তাৰ ৰাসায়নিক সংগঠন প্ৰমাণিত হোৱাৰ সময়ৰ ব্যৱধান ৮ বছৰৰো ওপৰ। পাৰ্ণিচিয়াচ এনিমিয়াৰ (এবিধ ৰক্তহীনতা) প্ৰতিষেধক ভাইটামিন বি ১২ৰ আবিষ্কাৰৰ কাৰণে লিষ্টাৰ স্মিথক লাগিছিল সুদীৰ্ঘ দহ বাৰ বছৰৰ ধৈৰ্য্য আৰু সাধনা। ২৮ মোণ ওজনৰ যকৃৎ পিণ্ডৰ পৰা তেওঁ উলিয়াব পাৰিছিল দহ বছৰৰ সাধনাৰে কেইটিমান মাথোন ৰক্তাভ কণিকা। ১৯৪৮ চনত অক্সফোৰ্ডত বহা যিখনি সমিতিৰ আগত লিষ্টাৰ স্মিথে এই কণিকা কেইটি দেখুৱাইছিল সেই অধিবেশনত থকাৰ সৌভাগ্য মোৰো ঘটিছিল। মোৰ মাথোন সেই দিনা এইটো ভাবেই খেলাইছিল যে জীৱনৰ দীঘল দহোটা বছৰ এটি সমস্যাৰ সাধনাত ব্ৰতী লিষ্টাৰ স্মিথৰ ধৈৰ্য্য আৰু কৰ্মপ্ৰেৰণাৰ আদৰ্শ আমাৰ মাজত কেতিয়া বিয়পিব!

এনে সাধনা যে অকল ভাইটামিনবিলাকৰ আবিষ্কাৰতে সীমাবদ্ধ এনে নহয়, হাৰ্মোণবিলাকৰ আবিষ্কাৰতো এনে ধৰণৰ পৰিশ্ৰম লুকাই আছে। আপোনাসকলৰ সকলোৰেই এই হৰ্মোণবিলাকৰ বিষয়ে কিছু পৰিমাণে জানে। এইবিলাক হৈছে আমাৰ শৰীৰৰ ভিতৰত থকা থায়ৰয়েড, পিটুইটিয়েৰি, এড্ৰিনেল আদি গ্ৰাণ্ড সমূহত তৈয়াৰ হোৱা ৰাসায়নিক পদাৰ্থ। এই পদাৰ্থবোৰ ৰাসায়নিক বাৰ্ত্তাবাহী। তেজৰ সুঁতিত ই মাথোঁ অলপমানহে পৰে, কিন্তু তাৰেই প্ৰভাৱ হৈ পৰে গভীৰ। জীৱনৰ প্ৰতি ক্ষেত্ৰতে এই প্ৰভাৱ দেখা যায়। ইনচুলিনৰ অভাৱত শ্বেতসাৰ খাদ্য শৰীৰৰ পৰিপুষ্টিত ব্যৱহাৰ হ'ব নোৱাৰাৰ, কাৰণেই



মধুমেহ বেমাৰে দেখা দিয়ে, থায়ৰয়েড গ্ৰাণ্ডৰ পৰা নিজৰি পৰা থাইৰক্সিনৰ প্ৰাচুৰ্য্যই এবিধ গৰল ৰোগৰ সৃষ্টি কৰে। জীৱনৰ সূত্ৰপাতৰ দিন ধৰি এই হৰ্মোণবিলাকৰ শক্তিৰ আমি পৰিচয় পাওঁ। শৈশৱৰ দুৱাৰদলি পাৰ হোৱাৰ লগে লগেই যৌৱনৰ জাগৰণ আনি দিয়ে এইবিলাকেই—প্ৰণয়ৰ আসক্তি, মাতৃত্বৰ বিকাশ, সন্তানৰ পৰিপুষ্টি আৰু যৌৱনৰ সমাধিৰ আৰু এটি বৈচিত্ৰ্যময় কাহিনী এই হৰ্মোণবিলাকে কৈ দিব। প্ৰাণী জীৱনৰ জটিল সমীকৰণত যিবোৰ অনিৰ্দ্দিষ্ট সংখ্যাৰ সমাধানত আমি ব্যস্ততাৰে এটি আংশিক সমীকৰণ এই হৰ্মোণবিলাক। কুৰি শতিকাৰ চিকিৎসা জগতত চীলাৰ (Scyle) ষ্ট্ৰেচ্থিয়ৰিয়ে যি নতুন আলোড়নৰ সৃষ্টি কৰিছে তাৰো ভেটি এই হৰ্মোণবিলাকৰ ক্ৰিয়া প্ৰতিক্ৰিয়াৰ ওপৰত।

উদ্ভিদ আৰু প্ৰাণীৰ পাৰ্থক্যতকৈয়ো তাৰ ঐক্য আজিকালি সকলোৱে উপলব্ধি কৰি আহিছে। প্ৰাণীবিবৰ্ত্তনৰ তলৰ খাপৰ এক কোষময় জীৱনত প্ৰাণী আৰু উদ্ভিদৰাজ্যৰ মিলন ঘটিছে। জীৱ আৰু জড়ৰ কিবা পাৰ্থক্য আছে জানো? এই বিষয়ে সন্দেহ আনি দিছে ভাইৰাচবিলাকে। বসন্ত, ইনফ্লুৱেঞ্জা আদি বেমাৰবোৰ হয় ভাইৰাচৰ পৰা। জীৱন্ত কোষ পালে ভাইৰাচে ৰোগ বীজাণুৰ দৰে বাঢ়ি যাব পাৰে। জীৱনৰ এটা লক্ষণ বংশবৃদ্ধি। ভাইৰাচে তেনেহ'লে জীৱন্ত কোষ পালে বৰ্দ্ধিষ্ণু হৈ পৰে। অথচ কোনো পৰিপোষক মাধ্যমত ই বীজাণুৰ দৰে বাঢ়িব নোৱাৰে। ইফালে "টোবেকো মোজেইক ভাইৰাচ"ৰ ৰাসায়নিক স্ফটিকীকৰণে ভাইৰাচবোৰৰ জড়ত্ব প্ৰমাণ কৰে। জড় পদাৰ্থৰ বৃদ্ধি এটা যুগান্তকাৰী কথা। এই ভাইৰাচবিলাকেই জড় আৰু জীৱনৰ সাঁকো। আইনষ্টাইনৰ সূত্ৰমতে পদাৰ্থৰ

ধ্বংসত শক্তিৰ উৎপাদন যেনেকৈ পদাৰ্থ বিজ্ঞানৰ বিপ্লৱকাৰী তথ্য, তেনেকৈ ভাইৰাচৰ অনুশীলন জীৱবিদ্যাৰ এটা ৰোমাঞ্চকৰ নতুন অধ্যায়। এই নতুন অধ্যায়ৰ সূচনা কৰিছে নিউক্লিয়প্ৰটীন নামৰ এবিধ প্ৰটীনে। ভাইৰাচবিলাকতো নিউক্লিয় প্ৰটীন আছে, আকৌ ক্ৰমোচম বিলাকতো নিউক্লিয় প্ৰটীন আছে। ক্ৰমোচমবিলাকেই হৈছে জীৱকোষৰ বংশানুক্ৰম বৈশিষ্ট্যৰ বাহন। নিউক্লিয় প্ৰটীনবোৰে জীৱন ৰসায়ন আৰু জীৱ বিদ্যাৰ সীমা-ৰেখা ওচৰ চপাই দিছে। জীৱন ৰসায়নৰ লগত জীৱবিদ্যাৰ অন্তৰ্ভুক্ত প্ৰজনন বিজ্ঞানৰ সম্বন্ধ দিনে দিনে গাঢ় হৈ আহিছে, ক্ৰমোচম, জীণ আৰু নিউক্লিয় প্ৰটীনবোৰত থকা সম্পৰ্কৰ কাৰণে। জীণবিলাক বংশগত বিশিষ্ট দোষ বা গুণ এটিৰ আধাৰ। কিছুমান পৰীক্ষাই আমাক এই অনুমানলৈ সঙ্কেত দিয়ে যে এই জীণ-বিলাকে জীৱ শৰীৰত ৰাসায়নিক ক্ৰিয়া কলাপবোৰ নিয়ন্ত্ৰণ কৰাৰ ফলতে বংশ পৰম্পৰাত একোটা বিশেষ ৰাসায়নিক ক্ৰিয়াৰ সূত্ৰপাত হয় বা তেনে ক্ৰিয়া প্ৰতিহত হয়। জীণবিলাকে বংশ পৰম্পৰাত ব্যাপৃত হোৱাৰ কাৰণেই বংশানুক্ৰমিক বৈশিষ্ট্যবোৰ আমি দেখিবলৈ পাওঁ।

বিজ্ঞানৰ তথ্যবোৰ পৰীক্ষাগাৰৰ চাৰিবেৰৰ ভিতৰতে থাকে বুলি বহুতেই দোষাৰোপ কৰে। পৰিপুষ্টি বিজ্ঞানে দিনক দিনে আমাক আমাৰ সমাজৰ ওচৰ চপাই দিছে। সমাজ কল্যাণৰ এটি বিশিষ্ট উদাহৰণ পৰিপুষ্টি বিজ্ঞানৰ সাধনা। পৰিপুষ্টি বিজ্ঞানৰ বহল তথ্যবোৰ সকলোৰে জনা উচিত। অপৰিপুষ্টি দুটা কাৰণে হব পাৰে—দাৰিদ্ৰ্য বা পৰিপুষ্টি জ্ঞানৰ অভাৱ। আমাৰ দেশত দুয়োটা কাৰণেই অপৰিপুষ্টিৰ বাবে জগৰীয়া। ইয়াত সেই কাৰণে বৈজ্ঞানিকৰ দায়িত্ব আৰু বেছি। সমাজ



সেৱাৰ ভাৱেৰে অনুপ্ৰাণিত হৈ ইয়াত খাদ্যতত্ত্বজ্ঞসকল আগবাঢ়িব লাগিব। জনসাধাৰণৰ অজ্ঞতা দূৰ কৰি, কি খালেনো শৰীৰৰ সমতা ৰক্ষা কৰি পূৰ্ণস্বাস্থ্য পাব পাৰি তাকো জনাব লাগিব আৰু কি কি হাতে পোৱা খাদ্যৰ বাছনিয়ে এনে পৰিপুষ্টি আমাক দিব পাৰিব তাকো বহলাই প্ৰচাৰ কৰিব লাগিব।

উন্নততৰ খাদ্য বাছনিত আমাৰ প্ৰধান হেঙাৰ ধনৰ নাটনি। অলপীয়া খৰচত বৈজ্ঞানিক তথ্য পাতিৰ সহায়ত খাদ্য উন্নত কৰিব পাৰি নে নোৱাৰি চাবলগীয়া কথা। পিচপৰা জাতিসমূহৰ বিভিন্ন খাদ্যত পৰিপোষক কিমান আছে তাৰ চৰ্চা অকল বিজ্ঞানৰ ফালৰ পৰাই লাগতিয়াল নহয়, সুস্থ জাতি গঠনতো আৱশ্যক। সন্মিলিত জাতিসংঘৰ খাদ্য আৰু কৃষি অনুষ্ঠানে এই অনুসন্ধানবোৰৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছে। অসমীয়া খাদ্যৰ চৰ্চা আমাৰ জাতিৰ কাৰণে উপযোগী গৱেষণাৰ ক্ষেত্ৰ। আমাৰ ভৈয়াম আৰু পৰ্ব্বতৰ অধিবাসী সকলৰ খাদ্যৰ গঠন আৰু উপাদান ৰন্ধা-বঢ়াৰ ধৰণ ভাৰতৰ আন ঠাইৰ পৰা কিছু সুকীয়া বিধৰ। এই খাদ্যত থকা পৰিপোষকবোৰৰ পৰিমাণ, ৰন্ধাবঢ়াত তাৰ হ্ৰণ ভগনৰ গৱেষণাই কাৰ্য্যকৰী খাদ্যতত্ত্বৰ আহিলা যোগাব। আমাৰ নিচেই আপোন জনজাতি সকলৰ খাদ্যৰ বৈজ্ঞানিক অনুসন্ধানে তেওঁলোকক আমাৰ অতি আপোনাৰ কৰি তুলিব পাৰিব বুলি মোৰ বিশ্বাস। তেওঁলোকৰ খাদ্যৰ তালিকা সংগ্ৰহ কৰি তাৰ পৰা তেওঁলোকৰ খাদ্যত কিমান পৰিপোষকৰ অভাৱ অনাটন তালৈ মন দি আৰু তাৰ বাবে কি কি হাতে পোৱা খাদ্য সুমুৱাই উন্নত খাদ্য ৰচনা কৰিব পাৰি, তালৈ চকু ৰাখিলে, তেওঁলোকে আমাৰ তেওঁলোকৰ প্ৰতি মৰমৰ মোল বুজি পাব।

অসমৰ জনজাতি সকলৰ মাজত চলি থকা "জু" বা লাওপানীৰ বিষয়ে বৰ্ত্তমান বছৰৰ আগলিৱে পৰা কিছু অনুসন্ধান আমি কৰিব লগীয়া হৈছিল। গাৰো, মিজু, নগা, মিকিৰ, কুকি আদি জনজাতি অঞ্চলৰ পৰা অহা প্ৰায় ডেৰকুৰিৰো অধিক নমুনা পৰীক্ষা কৰি আমি তাত কিছুপৰিমাণে ভাইটামিন বি গোষ্ঠী, প্ৰটীন, কেলচিয়াম, লো আৰু ফচফোৰাচ পৰিপোষক হিচাপে থকাৰ প্ৰমাণ পাইছো। শক্তিৰ যোগান হিচাপে কিছু পৰিমাণৰ কেলৰিও ইয়াৰ পৰা পাব পাৰি। এই লাওপানীৰ পৰিপুষ্টি কিমান তাৰ অনুসন্ধানো আমি পৰীক্ষণীয় জন্তুৰ ওপৰত কৰি চাইছিলো। উপযুক্ত পৰিমাণৰ পৰিপোষক থকা খাদ্য হ'লে লাওপানী খোৱা জন্তুবিলাকৰ বৃদ্ধি ব্যাহত নহয়, কিন্তু সম্পূৰক খাদ্য হিচাপে লাওপানীৰ বিশেষ গুণ এই প্ৰাথমিক পৰীক্ষাবোৰে এতিয়ালৈকে দেখুওৱা নাই।

অসম দেশ ধুনীয়া বুলি আন দেশৰ মানুহে মুখে পতি কয়। অসমীয়া মানুহৰ টকাৰ দীঘলীয়া মোনা নাই সিও সঁচা কথা। কিন্তু জীৱন-ধাৰণৰ এই নিম্নতৰ মানৰ হেতু ঐতিহাসিক। এসময়ত আছিল অসমক 'চিণ্ডেৰেলা'ৰ লগত তুলনা কৰিয়েই বিদেশী শাসকসকলে কৰ্ত্তব্যৰ শেষ কৰিছিল, কিন্তু সেই পটভূমিৰ আজি সলনি হৈছে। অসমৰ অতুলনীয় প্ৰাকৃতিক বিভৱৰ কথা ভাবিলে আশা হয় আমাৰ অসমখনি সঁচাকৈয়ে ভবিষ্যতে ৰত্নপ্ৰসূ হৈ পৰিব। অসম দেশৰ প্ৰাকৃতিক সম্পদৰ সুবিধা আমি সম্পূৰ্ণৰূপে এতিয়াও লব পৰা নাই। প্ৰকৃতিৰ ৰত্নভাণ্ডাৰৰ সঁচাৰকাঠী এতিয়াও আমাৰ হাতত পৰাহি নাই। এই ভাণ্ডাৰৰ সম্পদৰ বৈজ্ঞানিক ব্যৱহাৰে আমাৰ অসমৰ অশেষ উন্নতি সাধিব পাৰিব। খনিজ সম্পদৰ ভিতৰত দুটা দেশৰ কাৰণে গুৰুত্বপূৰ্ণ আহিলা পেট্ৰলিয়াম আৰু কয়লা আমাৰ অসমত আছে। অসমৰ পূবকোণত ছখন কয়লাক্ষেত্ৰ থকাৰ প্ৰমাণ পোৱা



গৈছে। সেই কেইখন হৈছে,—মাকুম, জয়পুৰ, নাজিৰা, তিৰু, দিখৌ, দিখৌৰ সোঁকুল আৰু দিচাং নৈৰ দাঁতি। ইয়াৰ ভিতৰত লিডুৰ কয়লাক্ষেত্ৰ উৎকৃষ্ট ধৰণৰ আৰু ইয়াৰ উৎপন্নো যথেষ্ট হৈছে। উজনি অসমৰ কয়লাক্ষেত্ৰ এৰিও খাচিয়া আৰু গাৰো পাহাৰত কয়লাৰ আকৰ থকাৰ প্ৰমাণ পোৱা গৈছে। ইয়াৰ ভিতৰত গাৰোপাহাৰত থকা দৰংগিৰি ক্ষেত্ৰ খনেই সৰ্ব্ববৃহৎ। হিচাপ কৰি দেখা গৈছে যে এই ক্ষেত্ৰৰ এটি স্তৰৰ পৰা ন্যূনতম ৫৭ কোটি টন কয়লা পাব পাৰি। চেৰাপুঞ্জীৰ কয়লাখাত আয়তনত সৰু কিন্তু ইয়াৰ কয়লা উৎকৃষ্ট ধৰণৰ। বিভিন্ন কয়লাক্ষেত্ৰত তলত দিয়া অনুপাতে কয়লা অৱস্থিতিৰ প্ৰমাণ হৈছে:—

| | |
|---|---|
| মাকুম :— | ৯ কোটি টন, |
| জয়পুৰ :— | ২ কোটি টন, |
| দিচাংনৈৰ কাষত :— | ১৫ লাখ টন, |
| নাজিৰা :— | ২ কোটি টন, |
| তিৰু দিখৌ :— | ১॥ টন, |
| দিখৌ সোঁকুলত :— | ২৫ লাখ টন, |
| চেৰাপুঞ্জী আৰু মাওলং :— | ১২ লাখ টন, |
| লাইৰণগাওঁ :— | ১০ লাখ টন, |
| উমৰিলেং :— | ১০ লাখ টন, |

**পেট্ৰলিয়াম** :— গোটেই ভাৰতবৰ্ষৰ ভিতৰত ডিগবৈৰ তেলৰ খাতেই উল্লেখযোগ্য। ৭০-৮০ মিলিয়ন গেলন তেল বছৰি ডিগবৈৰ খাতত উৎপন্ন হয়। ব্ৰহ্ম আৰু ভাৰতবৰ্ষৰ মুঠ উৎপাদনৰ একচতুৰ্থাংশ অসমে যোগায়। উজনি অসমৰ বাহিৰেও কাছাৰ জিলাৰ মাচিমপুৰ আৰু বদৰপুৰত তেলৰ পুং আছে। শিৱিশপুৰ আৰু টিলাইন পৰ্ব্বতৰ ঠায়ে ঠায়ে এই তেল থকাৰ প্ৰমাণ পোৱা যায়।

অসমৰ প্ৰধান দুই খনিজ সম্পদ কয়লা আৰু তেল টাৰ্ছিয়েৰি যুগৰ। পশ্চিমে মানকাছাৰৰ পৰা কিঞ্চিৎ দক্ষিণ পূবাকৈ এটি আঁক টানিলে আৰু চেৰাপুঞ্জীৰ পৰা কিঞ্চিৎ উত্তৰ-পূবাকৈ ডিগবৈলৈকে আৰু এটা আঁক টানিলে দেখা যায় যে দুয়ো আঁকৰ দক্ষিণাংশ টাৰছিয়েৰি যুগৰ শিলেৰে গঠিত। সেই হিচাপে ভাৰতবৰ্ষৰ ভিতৰত এই অংশতে তেল পোৱাৰ সম্ভাৱনা বৰ বেছি।

সৌভাগ্যৰ কথা আজি কেইবছৰমানৰ পৰা বৈজ্ঞানিক প্ৰণালীৰ অনুসন্ধানৰ ফলত অসমত আৰু তেল থকাৰ প্ৰমাণ পোৱা গৈছে। এই অনুসন্ধানৰ এটা স্থায়ী ফল নাহৰকটীয়াত নতুন তেলৰ পুঙৰ আৱিষ্কাৰ। দহ হেজাৰ ফুট তলত এই তেল পোৱা গৈছে। ডিগবৈৰ তৈলক্ষেত্ৰৰ পৰা এই তেলক "নাগা থ্ৰাষ্ট" নামৰ বিখ্যাত "থ্ৰাষ্ট ফল্টে" বেলেগ কৰি ৰাখিছে। নাহৰকটীয়াত তেলৰ আৱিষ্কাৰে গোটেই ব্ৰহ্মপুত্ৰ বেচিনতে আৰু তেল পাবলৈ আমাক আশান্বিত কৰিছে। ভবিষ্যতলৈ যদি অসমৰ গোটেই ব্ৰহ্মপুত্ৰ বেচিনতে তেল থকাৰ প্ৰমাণ পোৱা যায়, তেনেহলে সেয়ে গোটেই উজনি অসমৰ নতুন ৰূপ দিব। লিডুৰ পৰা আৰম্ভ কৰি ডিগবৈ, নাহৰকটীয়া, মৰাণ, ডিব্ৰুগড় জোৰা এই চতুৰ্ভুজাকৃতিৰ ভূমিখণ্ড জুৰি লৈ এটা ঔদ্যোগিক বলয় গঠন হোৱাৰ সম্ভাৱনা নাই বুলি কোনেও ন'দি ক'ব নোৱাৰে।

**চূণশিলঃ**—চূণশিলো আমাৰ দেশত লৱনীয়া সম্পদ। খাচিয়া আৰু জয়ন্তীয়া পাহাৰ চূণশিলৰ অফুৰন্ত ভাণ্ডাৰ। বৃটিছ শাসনৰ আগেয়েও এই চূণশিলৰ কাৰবাৰ থকাৰ বাতৰি আমি মোগলৰ দিনৰে চনদ আৰু ফিৰমান বিলাকত পাওঁ। গাৰোপাহাৰৰ সোমেশ্বৰী নৈৰ আগলিৰে পৰা এই চূণশিলৰ পাহাৰবোৰৰ আৰম্ভণি। গোৱালাঘাটৰ কেইমাইলমান দক্ষিণত ধনশিৰী নৈৰ উপনৈ দৈগুৰুং নৈৰ



দাঁতিতো চূণশিল থকাৰ প্ৰমাণ পোৱা গৈছে। গাৰোপাহাৰৰ কয়লাখাতৰ ওচৰত থকা চূণশিলৰ এই অৱস্থিতিয়ে অসমত চিমেণ্ট কাৰখানাৰ উদ্যোগ কাৰ্য্যকৰী হব বুলি আশা দিয়ে।

**চীনামাটি ( Kaolin ):—** গাৰোপাহাৰৰ দক্ষিণৰ অনেক ঠাইত চীনামাটিৰ স্তৰ পোৱা যায়। ইয়াৰ বিশদৰূপে পৰীক্ষা এতিয়াও হোৱা নাই। যান-বাহনৰ সুচল হলে ইয়াক কাৰ্য্যকৰী ভাৱে ব্যৱহাৰ কৰিব পৰা যাব।

**চিলিমেনাইত-কৰাণ্ডম শিল :—** শিলং মালভূমিৰ উত্তৰলৈ সোণাপাহাৰ আৰু নংষ্টেইন ষ্টেইটত এই পাথৰ পোৱা যায়। সৰ্ব্বমুঠ ইয়াত ৮২,৬০০ টন ভাল মাল আছে।

মিকিৰ পাহাৰৰ কয়লাক্ষেত্ৰত কেতিয়াবা কেতিয়াবা ডাঙৰ নিখুত জাংফাৰো পোৱা যায়। দৰং আৰু লক্ষীমপুৰ জিলাৰ নৈবোৰত সোণমিহলি বালি পোৱা যায়। আহোম ৰজাৰ দিনত এই নৈ বিলাকৰ পৰা বালি মিহলি সোণ ধুই সোণ কমাইছিল। বহুমূলীয়া প্লেটিনামো নদিহিং নৈৰ সোণমিহলি বালি ধোওঁতে পোৱা গৈছে। ইয়াৰ পৰা এনে অনুমান হয় যে প্লেটিনামো বিচাৰিলে ইয়াত যথেষ্ট পৰিমাণে ওলাব পাৰে। উজনি অসমৰ নৈৰ বালিত পোৱা সোণগুড়ি সম্ভৱতঃ মিজু পৰ্ব্বতমালা গঠিত আৰ্কিয়ান বা আদিম যুগৰ চিষ্টশিল ভেদ কৰা কোৱাৰ্টজ্ শিৰাৰ পৰাহি আহিছে। ৰৰথামতি অঞ্চলত তাম, সীহ আৰু লোৰ আকৰ আছে। সীহৰ আকৰৰ লগত ৰূপো মিহলি হৈ আছে। খামতিসকলে এই বিবিধ আকৰৰ পৰা তাম, সীহ, ৰূপ আৰু লো উলিয়ায়। কিন্তু এই আকৰসমূহৰ ব্যৱহাৰিক উৎপাদনৰ উপযোগিতা বিষয়ে এতিয়াও বিশদৰূপে পৰীক্ষা হোৱা নাই।

বন সম্পদতো অসম বৰ চহকী। অসমৰ হাবিত নানান বহুমূলীয়া কাঠ পোৱা যায়। এইবোৰত বাঁহো অপৰ্য্যাপ্ত পৰিমাণৰ আছে। অসমৰ তৰানি, বাঁহ, আৰু আন তৃণজাতীয় উদ্ভিদৰ প্ৰাচুৰ্য্যলৈ চালে অসমত কাগজৰ কাৰখানাৰ কাৰণে অতি সহজতে পাব পৰা যথেষ্ট উপকৰণ আছে বুলি কব পাৰি। অসমৰ বিস্তৃত বনাংশত হৰেক ধৰণৰ বনৌষধি প্ৰচুৰ পৰিমাণে পোৱা যায়। এই উদ্ভিজ্জ বনৌষধিৰ কেইবাবিধো বৰ্ত্তমানে প্ৰচলিত বিভিন্ন দেশৰ নিদান শাস্ত্ৰত ব্যৱহৃত হয়। সেই হিচাপে অসমক ঔষধি ভাণ্ডাৰ বুলিয়েই ক'ব পাৰি। এইবিলাকৰ ব্যৱহাৰিক উৎপাদন কিমান দূৰ সম্ভৱপৰ তাৰো গৱেষণাৰ থলি আছে।

**জল সম্পদ:—** নদীমাতৃকা অসম অসংখ্য সৰু বৰ নৈ আৰু জুৰিজানেৰে ভৰপূৰ। যদিও এইবিলাক এতিয়ালৈকে নানান্ বিপত্তিৰ কাৰণ হৈ পৰিছে, প্ৰকৃততে এইবিলাকেই আমাৰ ভবিষ্যত সম্পদৰ থলি হ'ব বুলি আশা কৰিব পাৰি। অসমৰ অপৰিসীম পানীৰ বৈজ্ঞানিক ব্যৱহাৰে অসম দেশৰ চিৰ বিভীষিকা বানপানী দূৰ কৰিব আৰু অসমক যান্ত্ৰিক শক্তিৰ সহায়েৰে সমৃদ্ধিশালী কৰিব। বৈদ্যুতিক শক্তিৰ যথেষ্ট উৎপাদন হলে তাৰ সহায়ত বিজুলী শক্তিৰ ব্যৱহাৰ বাঢ়িব, কৃষিত আমি এমোনিয়া আদি কৃত্ৰিম সাৰ দিব পাৰিম, যান্ত্ৰিক শিল্পৰ প্ৰতিষ্ঠা সুচল হব, বৈদ্যুতিক ৰেল আৰু ট্ৰাম সংযোগেৰে যাতায়তৰ পথো সুগম কৰিব পাৰিম। চুইজাৰলেণ্ডৰ জল সম্পদৰ বহল ব্যৱহাৰে যেনেকৈ সেই এধানিমানি দেশখনক যান্ত্ৰিক অগ্ৰগতিৰ পথত অতি সোনকালে অগ্ৰগণী কৰি দিব পাৰিলে, আমিও আশাকৰোঁ সেই একে সম্পদৰ অধিকাৰী হৈ আমাৰ অসমখনি "হাবি গুচি ফুলনি" কৰিব পাৰিম।



অসমৰ সৰ্ব্বাঙ্গীন উন্নতি কৰিবলৈ এচাম বৈজ্ঞানিক কৰ্ম্মী আমি তৈয়াৰ কৰিবলৈ এদিশৰ পৰা সক্ষম হ'ব লাগিব। কাৰণ, সকলো বৈজ্ঞানিক পৰিকল্পনা আৰু ঔদ্যোগিক চেষ্টাৰ মূলতে উপযুক্ত কৰ্ম্মীৰ যোগান আৱশ্যকীয়। অসমত কি কি উদ্যমৰ সম্ভাৱনা আৰু তাৰ কাৰণে বিভিন্ন পৰ্য্যায়ৰ কিমান বৈজ্ঞানিক কৰ্ম্মীৰ আৱশ্যক, তালৈ চকু ৰাখি আমাৰ দেশৰ ল'ৰা-ছোৱালীক শিক্ষা দিব লাগে। ল'ৰা-ছোৱালীক বিজ্ঞানৰ প্ৰতি এতিয়াৰে পৰা ধাউতিও বঢ়াব লগীয়া হ'ল। অসমীয়া লৰাৰ মাজত বিজ্ঞানৰ প্ৰতি আগ্ৰহ বঢ়াবলৈ হ'লে লোকপ্ৰিয় শিশুপাঠ্য বৈজ্ঞানিক সাহিত্য লানী এটা প্ৰকাশ কৰা অতি আৱশ্যকীয় হৈ পৰিছে। আমাৰ বৈজ্ঞানিক বিষয়ৰ কিতাপবোৰৰ বহুতো ক্ষেত্ৰত দেখা পাওঁ যে আমি শিশুৰ মানসিক বিকাশৰ লগত খাপ খুৱাই কিতাপ লিখিব নোৱাৰোঁ। শিশুপাঠ্য কিতাপ লিখোতে যিটো বয়ঃক্ৰমৰ কাৰণে কিতাপ লিখা হয় তাৰ লগত বিষয় বস্তুৰ সঙ্গতি থাকিব লাগে। এনেয়ে শিশুপাঠ্য পুথি ৰচনা কৰা টান কাম; তাতোকৈ কঠিন শিশুৰ কাৰণে বিজ্ঞানৰ পুথি ৰচনা কৰা। কাৰণ তাত বৈজ্ঞানিক সত্যৰ অপলাপ হ'ব নেলাগিব অথচ সেই লিখনি হ'ব লাগিব মনোৰম আৰু শিশুৰ স্বাভাৱিক অনুসন্ধিৎসা পূৰাব পৰা। মোৰ বোধেৰে শিশুৰ বিজ্ঞান শিক্ষাৰ ভেটি হ'ব লাগে পৰীক্ষা আৰু পৰ্য্যবেক্ষণ। এই সময়ত অপৈণত শিক্ষাই বিজ্ঞান অধ্যয়নৰ আচল উদ্দেশ্যকে ব্যৰ্থ কৰি দিব পাৰে।

সাহিত্য সভাই লোকপ্ৰিয় বৈজ্ঞানিক সাহিত্য ৰচনাত আগবঢ়ুৱা হ'ব পাৰে। সাহিত্যসভাই যদি বিজ্ঞান প্ৰকাশ পৰিষদ এখন গঠন কৰি দিয়ে, আমি সুপৰিকল্পিত ভাৱে শিশু-পাঠ্য বিজ্ঞান সাহিত্যৰ লানী এটা ৰচনা কৰিব পাৰিম। এই লানীৰ সম্পা-

দক মণ্ডলীত আমি অসমৰ বিশিষ্ট বৈজ্ঞানিক আৰু মনোবিদ সকলক অন্তৰ্ভুক্ত কৰি লম আৰু তেওঁলোকৰ যুটীয়া চেষ্টাত এই অভাৱ পূৰণ হ'ব বুলি আমি আশাকৰোঁ।

বিজ্ঞান চৰ্চাত অসমৰ বহুতো কৃতী ছাত্ৰই দেশবিদেশত গৱেষণা আৰু অধ্যয়ন কৰি আমাৰ দেশৰ মুখ উজলাইছে। এই কথাই এইটো প্ৰমাণ কৰে যে অসমীয়া মস্তিষ্কই অকল ভাৰততে নহয় দেশ-বিদেশতো সমানে আঁৰি মাৰিব পাৰে। সেই কৃতবিদ্য সুধী ছাত্ৰসকলৰ কিমানে নিজৰ সাধনাৰ পথত আগবাঢ়িছে আৰু তাৰ বাবে কিমান সুবিধা পাইছে আমি তাৰ লেখ সততে লৈ থাকিব লাগিব। বিজ্ঞানৰ চৰ্চাত গৱেষণাৰ ঠাই বৰ ওখত। এই গৱেষণাৰ উপযুক্ত থলি বিশ্ববিদ্যালয়বোৰ। এনে গৱেষণাৰ কাৰণে আনদেশত অকল যে চৰকাৰেই সাহায্য কৰে এনে নহয়, ডাঙৰ ডাঙৰ শিল্প আৰু উদ্যোগৰ অধিকাৰী সকলেও তেওঁলোকৰ ৰহণি আগবঢ়ায়—একো একোটা গৱেষণাগাৰ দিয়ে, একো একোখনি অধ্যাপকৰ আসন উচৰ্গা কৰে। অসমৰ একমাত্ৰ গৱেষণাৰ কেন্দ্ৰ গুৱাহাটী বিশ্ববিদ্যালয়। অসমৰ প্ৰধান উদ্যোগ অসম অইল কোম্পানীয়ে অসমৰ গৱেষণা কেন্দ্ৰলৈ কিমান পুঁজি আগবঢ়ায় আমি আগ্ৰহেৰে বাটচাই থাকিলোঁ। কলিকতা বিশ্ব-বিদ্যালয়লৈ তেওঁলোকে বহুত বছৰৰ আগৰে পৰা মৃৎ-ৰসায়নৰ অনুসন্ধানৰ বাবে বুজন পুঁজি আগবঢ়োৱা বুলি জানো। আমি আশা কৰোঁ (Geophysics) ভূবিদ্যা আৰু খনিবিদ্যাৰ গৱেষণাগাৰ আৰু অধ্যাপকৰ আসন তেওঁলোকে আমাৰ বিশ্ববিদ্যালয়লৈ উচৰ্গা কৰি আমাৰ সহৃদয়তা অৰ্জ্জন কৰিব।

সমগ্ৰ ভাৰতবৰ্ষ জুৰি এতিয়া এটা বিৰাট বৈজ্ঞানিক জাগৰণে দেখা দিছে। আগেয়ে ভাবিব নোৱাৰা নতুন শিল্প গঢ়ি উঠিছে



বিজ্ঞানৰ আলম লৈ জলবিদ্যুৎ প্ৰজনন, ৰাসায়নিক সাৰ উৎপাদন, তাঁতশালে গঢ় লৈছে। এই বৈজ্ঞানিক জাগৰণে আমাৰ অসমকো স্পৰ্শ নকৰাকৈ থাকিব নোৱাৰে। এইটো ঠিৰাং যে আমি এপদ এপদকৈ বিজ্ঞানৰ নতুন আহিলাৰে এখনি নতুন ভাৰত গঢ়িব খুজিছোঁ। এই নতুন ভাৰতৰ সপোনত বৈজ্ঞানিকৰ কৰিব লগীয়া বহুতোখিনি আছে আৰু সেইহিচাপে এই নৱৰচনাত বৈজ্ঞানিকৰ দায়িত্ব অশেষ। আমাৰ আশা আমাৰ অসমতো শতাব্দীৰ সুপ্তিৰ অৱসান এই বৈজ্ঞানিক নৱ জাগৰণে আনি দিব।

## বিজ্ঞানৰ সতীৰ্থসকল

ডেৰকুৰি মিনিটৰো অধিক কাল আপোনাসকলে যি ধৈৰ্য্য ধৰি মোৰ এই নিৰস অভিভাষণ শুনিলে তাৰ বাবে মোৰ আন্তৰিক কৃতজ্ঞতা গ্ৰহণ কৰিব। মোৰ অশেষ ত্ৰুটি বিচ্যুতিৰ বাবে আপোনালোকৰ ওচৰত মাৰ্জ্জনা মাগি মোৰ আজিৰ বক্তব্যৰ এইখিনিতে সামৰণি মাৰিলোঁ।

———

## বুৰঞ্জী-শাখা ঃ—

# সভাপতিৰ অভিভাষণ

ডক্টৰ—শ্ৰীযুত বিৰিঞ্চিকুমাৰ বৰুৱা

অসম সাহিত্য-সভাৰ মূল অধিবেশনৰ লগতে বুৰঞ্জী-শাখাৰ আয়োজন সমীচীন হৈছে। কিয়নো সাহিত্যৰ এটি প্ৰধান অঙ্গ বুৰঞ্জী। বুৰঞ্জী চৰ্চাই সাহিত্যৰ সমৃদ্ধি সাধনত আৰু তাৰ পৰিসৰ বঢ়োৱাত বিশেষ সহায় কৰে। কেৱল কাব্য আৰু কাহিনীয়ে জাতীয় সাহিত্য পূৰ্ণাঙ্গ কৰিব নোৱাৰে। বুৰঞ্জী বিজ্ঞান, দৰ্শন আদি জ্ঞান-বিজ্ঞানৰ সকলো পুথি প্ৰকাশ হলেহে অসমীয়া সাহিত্যৰ অপূৰ্ণতা আৰু অপুষ্টতাৰ অৱসান হ'ব। বিশেষতঃ জাতিক ভালকৈ জানিবলৈ হলে স্বদেশৰ পুৰাতত্ত্ব, ইতিহাস, লোকবিৱৰণ এই সকলোৰে আলোচনা আৰু অনুসন্ধান বিশেষ প্ৰয়োজন। দেশৰ অতীত ইতিহাসৰ মাজতে জাতিৰ সমাজ, চিন্তাধাৰা, দৰ্শন লিপিবদ্ধ হৈ আছে। বুৰঞ্জীৰ জ্ঞান জাতীয় যুদ্ধত জয় লাভৰ অমোঘ অস্ত্ৰ। বুৰঞ্জীত সংগৃহীত হৈ থকা বহুদিনীয়া অভিজ্ঞতা জাতিৰ উন্নতি পথৰ পাথেয়। নিজক জানিবলৈ শিকোৱায়ে (আত্মনম্ বিদ্ধি) হৈছে বুৰঞ্জীৰ মহামূল্য উপদেশ।

বৰ গৌৰৱৰ বিষয় যে অসম দেশৰ বুৰঞ্জীৰ চৰ্চা অতি প্ৰাচীন, সৰ্ব্ব-ভাৰতীয় সাহিত্যত ইতিহাসৰ অভাৱ সম্বন্ধে



ডক্টৰ শ্ৰীযুত বিৰিঞ্চিকুমাৰ বৰুৱা

খৃষ্টীয় একাদশ শতিকাৰ তুৰ্কী লিখক আবুৰ-ইহান অল্‌বেৰুণীয়ে এই মৰ্ম্মে মন্তব্য কৰি গৈছে—"Unfortunately the Hindus do not pay much attention to the historical order of things; they are very careless relating to the chronological succession of their kings, and when they are pressed for information and are at a loss, not knowing what to say, they invariably take to tale-telling".

সৌভাগ্যবশতঃ অসমদেশ এই অভাৱৰ পৰা মুক্ত। বুৰঞ্জী প্ৰণয়নৰ মূল প্ৰেৰণাৰ বিষয়ে আলোচনা কৰা পণ্ডিতসকলে কয় যে যেতিয়া কোনো দেশবাসীয়ে জাতীয় ঐক্য সাধন কৰিবলৈ সমৰ্থ হয় আৰু সেই শক্তিক নানা সাধন মাৰ্গেদি ৰূপ দি কীৰ্ত্তি অৰ্জ্জন কৰে তেতিয়া সেই কীৰ্ত্তি-কলাপ সমূহ বুৰঞ্জীৰ ৰূপত প্ৰকাশ পায়। সেই পিনৰপৰা বিৱেচনা কৰিলে প্ৰাচীন আৰু মধ্যযুগত বুৰঞ্জীৰ ৰচনাৰ প্ৰেৰণা অসমক তিনিটা অৱস্থাই যোগাইছিল বুলি অনুমান কৰিব পাৰি। প্ৰথম হৈছে প্ৰথিতযশা ভাস্কৰবৰ্ম্মা আৰু তেওঁৰ পৰবৰ্ত্তী ৰজাসকলে অসমীয়াক জাতীয়তাৰ সূত্ৰত সংগঠিত কৰিবলৈ কৰা প্ৰচেষ্টা। এই চেষ্টাৰ হেতু অসমদেশে কিছুকাল সৰ্ব্ব ভাৰতীয় বিশাল ক্ষেত্ৰত যশ আৰু প্ৰতিষ্ঠা লাভ কৰিবলৈ সমৰ্থ হৈছিল। বুৰঞ্জী ৰচনাৰ দ্বিতীয় প্ৰেৰণা যোগালে গৌৰৱময় আহোমসকলৰ ৰাজত্ব কালে। আহোমৰ দিনত সৰ্ব্ব ভাৰতীয় ক্ষেত্ৰত অসম দেশে যি যশস্যা আৰু খ্যাতি লাভ কৰিছিল সেই জাতীয় কীৰ্ত্তি-কাহিনী বুৰঞ্জীৰ ৰূপত প্ৰকাশ পাইছে। তৃতীয় প্ৰেৰণাৰ সূত্ৰপাত হ'ল মহাপুৰুষ শঙ্কৰদেৱৰ আবিৰ্ভাৱত। পোন্ধৰ-ষোল শতিকাত মহাপুৰুষ শঙ্কৰদেৱৰ আবিৰ্ভাব পূৰ্ব্ব ভাৰতৰ ডাঙৰ ঘটনা।

মহাপুৰুষ শঙ্কৰদেৱে গোটেই অসমবাসীক সম্মিলিত কৰি এক জাতীয়-চিত্ত সংগঠন কৰাৰ প্ৰয়াস কৰিছিল। মহাপুৰুষক কেন্দ্ৰ কৰিয়েই শদীয়াৰ পৰা কোচবিহাৰলৈকে আঞ্চলিক পাৰ্থক্য পাহৰি এক অসমীয়া সংস্কৃতি, সাহিত্য আৰু জাতীয় চিত্তৰ উদ্ভৱ হল। তদুপৰি এই ধৰ্মগুৰু আৰু চিন্তানায়কে সৰ্ব্ব ভাৰতীয় সাধনা আৰু চিন্তাধাৰাৰ পাৰ ভাঙ্গি অধ্যাত্ম চৰ্চ্চা আৰু ধৰ্ম্মৰ অনুশীলনত অসমক ভাৰতৰ লগত এক সূত্ৰত বান্ধিলে। এই জাতীয় আন্দোলনৰ ফলত বুৰঞ্জীৰ সম পৰ্য্যায়ৰ চৰিত পুথি সমূহ ৰচিত হয়। এই চৰিতপুথি সমূহত বৈষ্ণৱ ধৰ্ম, সম্প্ৰদায় আৰু মধ্য যুগৰ অসমীয়া জাতীয় জীৱনৰ যি ধাৰাবাহিক ইতিহাস আছে সি অন্যত বিৰল।

আপোনালোক সকলোৱে জানে যে অসম ভাৰতৰ সীমা মূৰলীয়া দেশ।* এই দেশৰ এপিনে সৰ্ব্ব ভাৰতৰ লগত প্ৰাচীন যুগৰেপৰা সম্বন্ধ আছে; অন্যপিনে চীন, ভোট, তিব্বত-নেপাল ব্ৰহ্ম শ্যাম দেশৰ লগত অতীত কালৰেপৰা নিৰবচ্ছিন্ন সংযোগ চলি আহিছে। ভগদত্ত আন কি মধ্যযুগৰ গৌড় ওড্ৰাদি-কলিঙ্গ-কোশল-পতি শ্ৰীহৰ্ষৰ দিনতো এই দেশবোৰৰ কিছু অংশ অসমৰ অন্তৰ্ভুক্ত আছিল। গতিকে অসম দেশ আৰ্য্য, দ্ৰাবিড়, কিৰাট, নিষাদ বিবিধ জাতি আৰু বহু সংস্কৃতিৰ মিলন-তীৰ্থ। এই মিশ্ৰণৰ ফলত সৰ্ব্বভাৰতীয় ধৰ্ম্ম আৰু সাধনাই অসমত এক অভিনৱ ৰূপ লৈছে। ভাৰতীয় সংস্কৃতিৰ প্ৰতিনিধি স্বৰূপে অসমে চীন-মঙ্গোলীয় জাতিৰ মাজত পুৰাকালৰেপৰা আৰ্য্য ভাৰতীয় ধৰ্ম্ম সভ্যতা প্ৰচাৰ কৰি আহিছে!

অসমীয়া সংস্কৃতিত দ্ৰাবিড়সকলৰ কি দান আছে সেই বিষয়ে এতিয়ালৈকে বিশেষ অনুসন্ধান হোৱা নাই। অসমৰ ঠাইৰ নামত দ্ৰাবিড় শব্দৰ প্ৰভাৱ অন্য ঠাইত উল্লেখ কৰিছোঁ। ডাঃ কাকতি দেৱে তেওঁৰ The Mother Goddess Kamakhya নামৰ পুথিত অসমৰ বৈষ্ণৱ ধৰ্ম্ম আৰু আচাৰ পদ্ধতিৰ লগত দক্ষিণ ভাৰতৰ বৈষ্ণৱ ধৰ্ম্মৰ সাদৃশ্য দৰ্শাইছে। কোনো কোনোৱে মনসা পূজা আদিত দ্ৰাবিড়ৰ প্ৰভাৱ আছে বুলিও অনুমান কৰে। অসমীয়া বিয়া-বাৰুৰ আচাৰ পদ্ধতিত দ্ৰাবিড়ী প্ৰভাৱ অনুমান কৰিব পাৰি। অসমীয়া বিয়াত প্ৰজননৰ প্ৰতীক মাছৰ ব্যৱহাৰ আছে। দক্ষিণত বিশেষকৈ কেৰলাৰ নাম্বুড়ি ব্ৰাহ্মণসকলৰ বিয়া অনুষ্ঠানত পুখুৰীৰপৰা মাছ ধৰাৰ অভিনয় কৰা হয়। বিয়াৰ দিনা দৰাই হাতত আৰ্চ্চী আৰু অস্ত্ৰ লৈ কইনাৰ ঘৰলৈ যায়। অসমীয়া বিয়াতো দৰাৰ হাতত কটাৰী এখন আৰু তামোল এটা দিয়া হয়। দাক্ষিণাত্যৰ বিয়াত দৰা-কন্যাই শিলাৰোহণ (অশ্মাক্ৰামণ)

* অসম যে সীমামূৰলীয়া অৰ্থাৎ প্ৰত্যন্ত দেশ সেই কথা প্ৰাচীন পুথিত আছে। দিব্যাবদান গ্ৰন্থৰ মতে প্ৰত্যন্ত দেশ হৈছে— "পুণ্ড্ৰবৰ্দ্ধনম্ নাম নগৰম্ তস্য পূৰেণ পুণ্ডকক্ষো নামো পৰ্ব্বতঃ ততঃ পৰেণ প্ৰত্যন্তঃ।" কোনোৱে পাণ্ডুকেই পুণ্ডকক্ষো পৰ্ব্বত বুলি অনুমান কৰে (কালিকা-পুৰাণত পাণ্ডুশৈলৰ মাহাত্ম্য বৰ্ণোৱা আছে। অমৰকোষৰ টীকাকাৰ ক্ষীৰস্বামীয়েও কামৰূপৰ মানুহক প্ৰত্যন্ত দেশবাসী বুলিছে। সৰ্ব্বানন্দৰ টীকা সৰ্ব্বস্বত আছে—"ভাৰতবৰ্ষস্য অন্তভদেশঃ শিষ্টাচাৰৰহিতঃ কামৰূপাদি ম্লেচ্ছদেশঃ।" প্ৰত্যন্ত দেশৰ ধৰ্ম্ম আৰু সমাজ ব্যৱস্থা আৰ্য্যাবৰ্ত্তৰ লগত প্ৰভেদ আছিল।

স্মৃতিচন্দ্ৰিকাত আছে—চতুৰ্বৰ্ণ্যব্যৱস্থানম্ যস্মিন্ দেশে ন বিদ্যতে।

সা ম্লেচ্ছ-দেশো বিজ্ঞেয় আৰ্য্যাবৰ্ত্তস্ততঃ পৰঃ॥

ইয়াৰ লগত যোগিনী তন্ত্ৰৰ—"সৰ্ব্বেশি যোগিনীপীঠে ধৰ্ম্মঃ কৈৰাতজঃ মতঃ" —এই উক্তি প্ৰণিধানযোগ্য।

কৰিব লাগে। অসমতো কোনো কোনো অঞ্চলত এই প্ৰথা আছে। 'অশ্মাক্ৰামণ' প্ৰথাৰ ঋক্‌বেদত উল্লেখ নাই। অথৰ্ব্ব বেদতহে সৰ্ব্ব-প্ৰথম ইয়াৰ উল্লেখ পোৱা যায়। বহুতে এই প্ৰথা আদি অষ্ট্ৰা-লয়ড (Proto-Austroloid) জাতিৰ মাজত উদ্ভূত হৈছিল বুলি অনুমান কৰে। শিলৰ লগত সম্বন্ধ থকা (Megalithic Cultural traits) ভালেমান প্ৰথা অসমত আজিও প্ৰচলিত। জাতকৰ্ম্ম, অন্নপ্ৰাশন আদি অনুষ্ঠানত দাক্ষিণাত্যত মোমায়েকৰ বহু পালিব লগীয়া নিয়ম আছে। অসমতো নৱ জাতকৰ মুখত মোমায়েকেহে প্ৰথমে ভাত দিয়ে। প্ৰাচীন অসমীয়া গীত-মাত মোমাইৰ নামেৰে ভৰপূৰ। আমাৰ দেশৰ অম্বুবাচী পাৰ্ব্বণ আৰু মাঘ বিহুৰ লগত দাক্ষিণাত্যৰ অম্বুবাচী আৰু পোঙ্গল উৎসৱৰ সাদৃশ্য মন কৰিব লগীয়া। সূৰ্য্য আৰু নৱগ্ৰহ পূজাও সম্ভৱতঃ দাক্ষিণাত্যৰ পৰাই আমাৰ দেশলৈ আহিছে।

চীন-মঙ্গোলীয় জাতিৰ সংস্পৰ্শত আহি অসমীয়া ধৰ্ম্ম সংস্কৃতিয়ে কেনে ৰূপ ললে সেই বিষয়ে কিছু আলোচনা হৈছে যদিও এই সম্বন্ধে দুই এটি বিষয়ৰ উল্লেখ কৰোঁ।

আমাৰ দেশৰ বিবাহ প্ৰথা (যেনে চপনীয়া চপা, গা ধন লোৱা, গেবাৰি খটা), বিবাহ আচাৰ, (যেনে তেল-ভাৰ, মাছ দিয়া, হেঙ্গাৰ ধৰা, মাহ সৰিয়হ, তেল গাত ঘঁহা, গাঁঠিয়ন খুন্দা, বেইৰ তলত কণী পোতা, পানী তোলোতে কড়ি দলিওৱা, দৰা-কন্যাৰ হাতত তামোল-কটাৰী দিয়া ইত্যাদি)—মঙ্গোলীয় জাতিৰ পৰা আহিছে বুলি অনুমান কৰিব পাৰি। সামাজিক আৰু শুভ-কাৰ্য্যত তামোল-পান, হালধি সেন্দূৰ তেল-মাহ আদিৰ ব্যৱহাৰ বঙ্গ-অসমৰ পৰা আৰম্ভ কৰি প্ৰশান্ত মহাসাগৰীয়



দ্বীপপুঞ্জৰ অধিবাসীসকলৰ মাজতো দেখা যায়। নৃ-তত্ত্ব আৰু ভাষাবিদ্‌সকলে অনুমান কৰিছে যে এই প্ৰথাসমূহ প্ৰশান্ত মহাসাগৰীয় দ্বীপপুঞ্জৰপৰা অসমৰ মাজেদি ভাৰতীয় সংস্কৃতিত প্ৰৱেশ কৰিছে।

এই দ্বীপ-বাসীৰ মাজত প্ৰচলিত পাণ-তামোল সম্বন্ধীয় প্ৰথাৰ বিষয়ে এজন পণ্ডিতে লিখিছে:—

"The leaf is sent to typify the formal proposal of marriage. One of the youth's representatives, going with others to meet the girl's parents, takes a betel-leaf tray furnished with the usual betel chewing appliances, and invites the parents to partake of betel, saying before witness, 'This is a pledge of your daughter's betrottal." The passing of betel leaf between the families signifies the formal acceptance. A regular exchange of presents takes place; formerly the woman would occasionally carve a chain, consisting of three or four links out of a single areca-nut, in which case the prospective bridegroom was supposod to redeem it by the payment of as many dollars as there were links.

......Among the articles of ordinary wedding furniture is a betel-tray placed in-side the bed-curtain. Presentation 'betel leaf trees' were formerly carried in procession at weddings, also the blosom spikes of the coconut and areca-nut palms in vases, along with the many other things" (*Penzer* VIII. 290).

বিবাহ আদি মাঙ্গলিক কাৰ্য্যত সেন্দুৰ আৰু হালধিৰ ব্যৱহাৰ বৈদিক আচাৰৰ ভিতৰুৱা নাছিল। অধ্যাপক প্ৰবোধচন্দ্ৰ

বাগ্‌চীয়ে সেন্দুৰ (নাগৰক্ত) চীন দেশৰ পৰা অহা শব্দ (ts' in-ting) বুলি অনুমান কৰিছে। অসমীয়া আৰু অসমৰ জনজাতীয় সকলৰ মাজত সেন্দুৰ আৰু হালধিৰ বিশেষ চলন মন কৰিব লগীয়া। অধ্যাপক সুনীতিকুমাৰ চট্টোপাধ্যায়ে বৈদিক শূলগৱ্য আমাৰ জনজাতীয় লোকসকলৰ মাজত প্ৰচলিত মেথোন বধৰ পৰা উদ্ভৱ বুলি অনুমান কৰে।

নানা জাতি উপজাতিৰ লগত সংযোগ ঘটাত অসমীয়া সংস্কৃতি বিবিধ ভাৱে উপকৃত হ'ল। এই সংমিশ্ৰণৰ ফলত অসম দেশত বৰ্ণ আৰু বৃত্তি ভেদ প্ৰথাৰ কঠোৰতা কমিল; অস্পৃশ্যতা উৰলি গ'ল। জনজাতীয় লোক সকলো বিনা সামাজিক বিৰোধিতাই বৰ কলিতা, সৰু-কলিতা, বৰ-কোঁচ, সৰু-কোঁচ আদি বিভিন্ন হিন্দু সংজ্ঞাত ভুক্ত হ'ল। সেই একে কাৰণেই বৈদিক আৰু ব্ৰাহ্মণ ধৰ্ম্মৰ লগতেই গছ-পাথৰ পূজা, ভূত-প্ৰেতৰ বিশ্বাস, যাদু মন্ত্ৰৰ প্ৰচাৰ, আমাৰ দেশত সমান পয়োভৰেৰে চলি আছে। সকোলো জাতি-উপজাতিৰ সাধনা, সংস্কৃতি, পূজা-পাতল, বিধি-বিধানক সন্মান আৰু শ্ৰদ্ধা কৰাৰ হেতু আৰু সকলো স্তৰৰ লোককে উদাৰ চিত্তেৰে হিন্দু ধৰ্ম্মত গ্ৰহণ কৰাত অসমীয়া জাতিয়ে মানৱ ধৰ্ম্মৰ সম্যক পৰিচয় দিব পাৰিছে।

এই গ'ল সাংস্কৃতিক বিনিময়ৰ কথা। এতিয়া সৰ্ব্ব ভাৰতীয় সাধনা চিন্তা আৰু সংস্কৃতিত অসমৰ কি বিশেষত্ব সেই বিষয়ে কোৱা যাওক। সৰ্ব্বভাৰতীয় সাধনাৰ ক্ষেত্ৰত অসমে দুই চাৰি মুষ্টিভিক্ষা দিবলৈ সক্ষম হৈছে; তাৰে ভিতৰত প্ৰথমতে শৈৱ ধৰ্ম্মকে উল্লেখ কৰিব পাৰি। কাশ্মীৰ আৰু দাক্ষিণাত্যত শৈৱ ধৰ্ম্মৰ প্ৰাধান্য যদিও অসমত ইয়াৰ বিশেষত্ব নোহোৱা নহয়।



অসমৰ শৈৱধৰ্ম্মৰ লগত ভাৰতৰ অন্যস্থানৰ কিছু পাৰ্থক্য দেখা যায়। অসমৰ শিৱ কৃষি দেৱতাত পৰিণত হৈছে। অসমীয়া মানুহে শিৱক সাধাৰণ মানুহৰ শাৰীলৈ আনিছে। শিৱৰ এই কল্পনা প্ৰাচীন অসমীয়া সাহিত্য আৰু কিম্বদন্তীত সৰবৰহী হৈ আছে। জনজাতীয় লোক সকলৰ মাজতো শিৱই কিৰূপ লৈছিল, সেই কথা কোঁচসকলৰ আদি বৃত্তান্তয়ে কব। আমাৰ দেশত শিৱ সম্বন্ধে পুৰাণত নোহোৱা ভালেমান আখ্যানৰ সৃষ্টি হৈছিল। তাৰে এটি আখ্যান মনকৰৰ মনসা গীতত আছে :— শিৱই ধ্যান কৰি থাকোঁতে অনাদি পুৰুষৰ মৰা শ তেওঁৰ আগত উপস্থিত হল; শিৱই সেই শ ভক্ষণ কৰিলে।

"মহেশ্বৰে তপসালি কৰি আছে যথা।
ভাসিতে ভাসিতে মৃত্যে চলি গৈল তথা॥
তপ এৰি মহেশ্বৰে ধ্যান কৰি চাইল।
আতাই মাৰিল গোসাই দৰশন পাইল॥
দহত নামিয়া ধৰিলন্ত আথেবেথে।
কতো কাখে লয় গোসাই কতো লয়ে মাথে।
মাথাত কৰিয়া কাথৰিক লাগি নিল।
শঙ্খ জল আনি গোসাই মুখত ঢালিল॥
চেতন লভিয়া গৈ অনাদি মহাদেৱ।
ভালেতো চিনিলি মোক পুতা সদাশিৱ॥
মুখ মেল পুতা তোৰ গৰ্ভে লঞো বাস।"

অসমক কেন্দ্ৰ কৰি শাক্ত ধৰ্ম্মই উত্তৰ পূব ভাৰতত কেনেকৈ প্ৰসিদ্ধি লাভ কৰিছিল, তাৰে বিৱৰণ কালিকাপুৰাণ, কামাখ্যা তন্ত্ৰ, কালীবিলাস আদি তন্ত্ৰত বহুলভাৱে আছে। জাৰ্মান মনীষী উইণ্টাৰনিটজৰ মতে অসমৰপৰাই এই ধৰ্ম্ম তিব্বত

আদি দেশত প্ৰৱেশ কৰিছিল। অসমৰ জনজাতীয় লোকৰ মাজত মাতৃতান্ত্ৰিক সভ্যতাই প্ৰাধান্য লভিছে। সেই কাৰণে প্ৰাচীন কামৰূপত ভালেমান শাক্ত দেৱ-দেৱীৰ উদ্ভৱ হৈছিল। কালিকা পুৰাণত উল্লেখ থকা ভালেমান দেৱ-দেবীৰ ৰূপ ভাৰতৰ অন্য ঠাইত পাবলৈ নাই। সৰস্বতীয়েও বৃদ্ধা সৰস্বতী নাম লৈ ৰক্ত কলেবৰৰে অসমত তান্ত্ৰিক দেবীত ৰূপান্তৰিত হৈছিল।

মহাযান বৌদ্ধ ধৰ্মতো অসমৰ দান একেবাৰে নগণ্য নাছিল। সিদ্ধাচাৰ্য্য সৰহৰ শিষ্য নাগাৰ্জ্জুন আৰু যোগিনী কৌল মতৰ প্ৰৱৰ্ত্তক মীননাথ কামৰূপৰ বুলি প্ৰমাণিত হৈছে। মীননাথৰ প্ৰাচীন অসমীয়াত ৰচিত 'বোধি-চিত্ত-বন্ধোপদেশ' গ্ৰন্থৰ নাম উল্লেখ কৰিব লগীয়া।

বৈষ্ণৱ ধৰ্মও অসম দেশত অতি প্ৰাচীন কালৰ পৰা প্ৰচলিত আছিল। মহাপুৰুষ শঙ্কৰদেৱে মধ্যযুগত যি বৈষ্ণৱ ধৰ্ম আম'ৰ দেশত প্ৰচলন কৰিলে, তাৰ এটি স্বকীয় বৈশিষ্ট্য আছে। অসমীয়া বৈষ্ণৱ ধৰ্মৰ লগত জড়িত সত্ৰ, নামঘৰ, ভকত, কেৱলীয়া আদি অনুষ্ঠান আৰু অঙ্কীয়া নাট. বৰগীত, আদি সাহিত্য সৰ্ব্ব ভাৰতীয় সংস্কৃতিত অসমীয়াৰ উল্লেখনীয় দান।

বাস্তৱ সভ্যতাত অসম দেশে বিৰাট নগৰ স্থাপন কৰি অথবা সু-উচ্চ প্ৰাসাদ, মন্দিৰ নিৰ্ম্মাণ কৰি যশস্যা আৰ্জ্জিব পৰা নাই সঁচা; কিন্তু গ্ৰাম্য সংস্কৃতিত ভাৰতৰ ভিতৰত অসমৰ বিশেষ খ্যাতি আছে। ইয়াৰ ভিতৰত অসমৰ গাওঁ নিৰ্ম্মাণ আৰু গাওঁ সংগঠন প্ৰণালী, বনজ সম্পদৰ প্ৰসাৰ আৰু কুটীৰ শিল্পই ভাৰতৰ ভিতৰত বিশেষত্ব লভিছে।

ভগদত্তই যুধিষ্ঠিৰলৈ যি উপহাৰ পঠিয়াইছিল তাৰ ভিতৰত অশ্মসাৰ নিৰ্ম্মিত পাত্ৰ আৰু হাতী দাঁতৰ তৰোৱাল (শুদ্ধ দন্তত



সন্ধানসীন্) উল্লেখযোগ্য। প্ৰাচীন অসমৰ এই দুই শিল্পৰ বিষয়ে ডাঃ মোতিচন্দ্ৰই লিখিছে :—

"......Probably the Assamese were acquainted with jadeite, which though its sources did not exist within the natural boundaries of Assam, must have been brought from Burma either in natural state or in worked form. If the jadeite came in the shape of vessels, then their manufatures should be attributid to the cohinese as we are not yet aware wheather the Burmese at such a remote period were adept in the art of cutting hard-stone. There is, however, every reason to believe that hard-stone objects were cut locally as India since time immomorial has been famous for its hard stone cutting industry. Ivory handles of the sword probably show that the Ivory carver's art was highly developed in Assam at least two thousand years back."

হাতী প্ৰথমতে অসমত বাস কৰা হয় বুলি বহু পণ্ডিতে অনুমান কৰে। মহাভাৰতত "প্ৰাচ্য মাতঙ্গ যুদ্ধে সুকুশলা" বুলি মন্তব্য কৰা হৈছে। কাম্যকসৰ অঞ্চলত হাতীৰ প্ৰাদুৰ্ভাব অধিক বুলিও মহাভাৰতত মন্তব্য কৰা হৈছে; কোনো কোনোৱে কাম্যকসৰ কামৰূপৰে অন্যতম নাম বুলি কৰ খোজে। কালিদাসৰ কাব্যতো অসমৰ হাতীৰ খ্যাতি আছে। মুনি পালকপ্যই লৌহিত্যৰ পাৰত হস্তী আয়ুৰ্ব্বেদ নামৰ পশু বিজ্ঞান পুথি ৰচনা কৰে। গতিকে হাতী দাঁতৰ শিল্পই অতীজৰে পৰা অসমত প্ৰাধান্য লাভ কৰা স্বাভাৱিক; ভাস্কৰ বৰ্ম্মায়ো শ্ৰীহৰ্ষলৈ হাতী দাঁত নিৰ্ম্মিত কুণ্ডল

উপঢৌকন পঠাইছিল। হৰ্ষ চৰিতৰ মতে কুমাৰ ভাস্কৰ বৰ্ম্মাই হংসবেগৰ হাতত হৰ্ষলৈ পঠোৱা বহুমূল্য বস্তুৰ ভিতৰত ভোজপত্ৰৰ পুথি, বেত-বাঁহৰ শিল্প বস্তু, অগৰু, গোশীৰ্ষ চন্দন, সুগন্ধি কক্কোল নানা বিধ বন্য পশুৰ উল্লেখ আছে। * কৌটিল্যৰ অৰ্থশাস্ত্ৰয়ো

---

* এই প্ৰসঙ্গত কুমাৰ ভাস্কৰবৰ্ম্মাই সম্ৰাট হৰ্ষলৈ আভোগছত্ৰৰ লগত পঠোৱা অন্যান্য উপহাৰ সামগ্ৰীৰ তালিকাটো বিশেষ তাৎপৰ্য্যপূৰ্ণ। আভোগছত্ৰক মেৰোৱা আছিল শ্বেত দুকুল বস্ত্ৰ; সেই ছত্ৰৰ চৌপাশ চামৰেৰে শোভিত আছিল (চামৰিকা ৱলিভিঃ ৰিৰচিতপৰিবেশম্)। ভগদত্তৰ দিনৰ পৰা কুল পৰম্পৰা আগত আভৰণসমূহ; শৰৎ কালৰ চন্দ্ৰৰ নিচিনা ক্ষৌমবস্ত্ৰ (অনেক ৰাগৰুচিৰ বেত্ৰকৰ কুণ্ডলীকৃতানী। এই বস্ত্ৰ বিচিত্ৰ ৰঙেৰে সুশোভিবেতৰ জপাত ভৰাই নিয়া হৈছিল); নিপুণ শিল্পীৰ দ্বাৰা নিৰ্ম্মিত শামুক, শঙ্খ, গল্বৰ্কৰ চিত্ৰ-বিচিত্ৰ বিবিধ প্ৰকাৰৰ পানপত্ৰ (কুশলশিল্পীলোকোল্লিখিতানং শুক্তি শংখ গল্বৰ্ক প্ৰমুখানাং পানভাজন; নিচয়ানম্), কাৰ্দৰংগ অথবা চামৰাৰ ঢাল (নিচোলকৰক্ষিতৰুচাং ৰুচিৰকাঞ্চনপত্ৰভঙ্গভংগুৰানাম্ অতিবন্ধুৰপৰিবেশাণাং কাৰ্দৰঙ্গচৰ্ম্মনাং সম্ভাৰান্); ভোজপত্ৰৰ দৰে কোমল জুই ফুল বৰণীয়া পাট কাপোৰ (ভূৰ্জত্বক্‌কোমলাঃ স্পৰ্শৱতীঃ জাতীপট্টিকাঃ); চিত্ৰিত আৰু পশুৰ-নোম চৰাইৰ পাখী ভৰোৱা গাৰু, প্ৰিয়ংগু মঞ্জৰীৰ সদৃশ বেতৰ আসন (প্ৰিয়ংগুপ্ৰসবপিঙ্গলত্বংচি আসনানি বেত্ৰময়ানি), অগৰুৰ বাকলিত লিখা সুভাষিত বচনৰ সংগ্ৰহ পুথি (প্ৰাচীন অসমত সুভাষিত শ্লোকৰ সংগ্ৰহ মন কৰিব লগীয়া), হৰিতবৰ্ণৰ ৰসাল কেচা তামোল (পৰিণত পাটল পটোলত্বিঃৰি তৰুণহাৰীত হৰিংতি ক্ষীৰক্ষাৰীনি পূগানংপল্লৱ লম্বীনি সৰসানি ফলানি), মুখ কাপোতিকাৰ পাতেৰে বন্ধা সহকাৰ (সুগন্ধি আম) ৰসেৰে পৰিপূৰ্ণ বাঁহৰ চুঙা, কৃষ্ণাগুৰু, (কৃষ্ণাগুৰু তৈলস্য স্থৱীয়শীঃ বৈনৱ নাড়ী), গোশীৰ্ষ চন্দন, বৰফৰ দৰে শীতল কৰ্পূৰ কস্তুৰী

(৯১ পৃষ্ঠাৰ তলত)



অসমৰ বিবিধ সুগন্ধি দ্ৰব্যৰ সুখ্যাতি কৰি গৈছে। মহামূল্যৱান বস্তু স্বৰূপে সেইবোৰ মৌৰ্য্য ৰাজভঁৰালত সঞ্চয় কৰা হৈছিল।

আহোমসকলৰ দেশ শাসন প্ৰণালী আৰু বুৰঞ্জী সাহিত্য —এই দুয়োৱেও সৰ্ব্বভাৰতীয় ক্ষেত্ৰত উচ্চস্থান লাভ কৰিছে।

---

(কস্তুৰিকা কোশক), পকা কক্কোল ফল আৰু পত্ৰ, লবঙ্গ পুষ্প-জাইফল (জাতী ফলস্তবকানাং ৰাশীন্)। ডক্টৰ মোতীচন্দ্ৰৰ মতে—

"Assam was the home of aromatic woods as pointed by the Arthasastra, and this fact is fully supported by the Mahabharata." কস্তুৰীৰ প্ৰসঙ্গত তেওঁ কৈছে— "There are three grades of mask, the most valued coming from China, the second grade from Assam and Nepal and the last valued from Central Asia."

অসমৰ কস্তুৰী যে অতি উৎকৃষ্ট ধৰণৰ তাক ৰাজনিঘণ্টিকাৰৰ নিম্নলিখিত শ্লোকৰ পৰাও বুজা যায়।

"কপিলা পিঙ্গলা কৃষ্ণা কস্তুৰী ত্ৰিবিধা ক্ৰমাৎ।  
নেপালেঽপি চ কাশ্মীৰে কামৰূপেঽপি জায়তে॥  
কামৰূপোদ্ভৱা শ্ৰেষ্ঠা নৈপালি মধ্যমা ভৱে।  
কাশ্মীৰদেশসম্ভূতা কস্তুৰী হি অধমা স্মৃতা॥

অৱশ্যে এই সুগন্ধি দ্ৰব্যৰ কেতবোৰ প্ৰশান্ত মহাসাগৰীয় দ্বীপপুঞ্জৰ পৰা অসমলৈ আহিছিল। তাৰে পৰা প্ৰাচীন অসমৰ লগত এই দ্বীপ পুঞ্জৰ যে বেহা-বেপাৰৰ বিনিময় হৈছিল তাক বুজিব পাৰি।

অন্য বস্তুৰ ভিতৰত মৌৰ কলচ (অতিমধুৰমধুৰ সামোদনিৰ্হাৰিণী শ্চোল্লককলশীঃ;); বগা-কলা বৰণৰ চংৱৰ (বস্ত্ৰ বিশেষ), চিত্ৰফলক আৰু ৰং থোৱা লাওৰ পাত্ৰ (অৱলম্বমানতুলিকালাবুকান্ লিখিতানালেখ্যফলকসংপুটান্); নানা তৰহৰ পশু-পক্ষী-কিন্নৰ, বনমানুহ, জীবংজীৱক, চৰাই, কস্তুৰী মৃগ, শুক-সাৰীকা ইত্যাদি। শুক-সাৰীকাক সোণৰ পানী চৰোৱা বেতৰ সঁজাত থোৱা হৈছিল। এই উল্লেখত প্ৰাচীন অসমত স্বৰ্ণ-শিল্পীৰ নিপুণতাৰ পৰিচয় প্ৰকাশ পাইছে।

দেশ স্বাধীন হোৱাৰ পিছৰপৰা আমাৰ এই অতীত ঐতিহ্য ভালকৈ উপলব্ধি কৰিবলৈ মানুহৰ আগ্ৰহ আৰু উৎসাহ বাঢ়িছে। দেশৰ প্ৰাচীন ইতিহাস, কীৰ্ত্তি-কাহিনী, যশ-গৌৰব অনুসন্ধান আৰু আলোচনা কৰিবলৈ সকলোৰে মাজত প্ৰেৰণা জাগিছে। অসমৰ সৰ্ব্বাঙ্গ সম্পূৰ্ণ বুৰঞ্জী ৰচনা কৰিবলৈ কি কি তথ্যপাতিৰ অনুসন্ধান আৰু সংকলনৰ প্ৰয়োজন আৰু সেইবোৰৰ তাৎপৰ্য্য নিৰ্ণয় কেনে দৰে কৰা উচিত সেই বিষয়ে দুটা এটা কথা বৰ্ত্তমান আলোচনা কৰা হ'ব।

ইতিহাস কেৱল ৰাজবৃত্তি, যুদ্ধৰ অথবা ৰাষ্ট্ৰীয় কাহিনী নহয়; ই জাতিৰ সামাজিক আৰু সাংস্কৃতিক জীৱনৰ প্ৰতিচ্ছবি; চিন্তা-ধাৰাৰ প্ৰমাণ-পত্ৰ। প্ৰাচীন অসমৰ সমাজ আৰু সাংস্কৃতিক জীৱন সম্বন্ধীয় প্ৰচুৰ তথ্য অসমীয়া গ্ৰন্থত সিঁচৰিত হৈ আছে। সেই সকলোবোৰ সংগ্ৰহ নহলে অসম বুৰঞ্জী সম্পাদন সম্ভৱ নহয়।

আজিকালি ভাষাবিদসকলে ইতিহাসৰ তথ্য ভাষাৰ শব্দাৱলীৰ পৰাও আবিষ্কাৰ কৰিছে। প্ৰাচীন অসমৰ ঠাইৰ নামবোৰৰ লগত বিবিধ আখ্যান আৰু কিম্বদন্তী জড়িত আছে; এই নাম-বোৰে বিভিন্ন অঞ্চলত ধৰ্ম্ম প্ৰচাৰ আৰু বিবিধ জাতি উপজাতি উপনিবেশ সম্বন্ধে সংকেত দিয়ে। বুঢ়া-বুঢ়ীৰ থান, আইৰ থান, শিৱথান আদি ঠাইৰ নামত অসমীয়া ধৰ্ম্ম জীৱনৰ অলেখ বিষয় জড়িত হৈ আছে। এই থানবোৰৰ লগত নানা গ্ৰাম্য দেৱ-দেৱীৰ বন্দনা আৰু পূজাৰ গীতো প্ৰচলিত। এই তথ্যবোৰ যি কোনো লোকেই সংগ্ৰহ কৰি জাতীয় বুৰঞ্জী প্ৰণয়ন কাৰ্য্যত সহায় কৰিব পাৰে।

সংস্কৃত আৰু অসমীয়া ভাষাত স্থান মাহাত্ম্য আৰু তীৰ্থ মাহাত্ম্য বিষয়ৰ গ্ৰন্থ আছে। সেইবোৰৰ পৰা প্ৰধানতে অসমৰ ভৌগলিক



বিৱৰণ আৰু ধৰ্ম্ম সম্বন্ধীয় বুৰঞ্জীৰ তথ্য সংগ্ৰহ কৰিব পাৰি। লোক সাহিত্য, সামাজিক উৎসৱ, পূজা অনুষ্ঠান আদিৰ মাজতো ভালেমান বুৰঞ্জীমূলক বিৱৰণ পোৱা যায়। এইবোৰৰ কিছুমান সৰ্ব্বভাৰতীয় আৰু কিছুমান অসমৰ বিশেষত্ব। এই তথ্যবোৰৰ সংগ্ৰহ আৰু প্ৰকাশে সৰ্ব্বভাৰতীয় বুৰঞ্জীৰ চৰ্চ্চাত সহায় কৰিব। দৃষ্টান্ত স্বৰূপে শক্ৰধ্বজোত্থানৰ কথাকে কব পাৰি। ই এটি প্ৰাচীন ভাৰতৰ ধৰ্ম্মোৎসৱ; কালিকা পুৰাণত এই সম্বন্ধে এটি দীঘল অধ্যায় আছে। এই উৎসৱ ভাৰতৰ অন্য ঠাইত বিলোপ হৈছে। কিন্তু অসমত ই 'ভথেলি' উৎসৱৰ মাজেদি আজিও সংৰক্ষিত। প্ৰাচীন কালত ভাৰতত ক্ষেত্ৰপাল আৰু ক্ষেত্ৰপালিকা দেৱীৰ পূজা-অৰ্চ্চনা হৈছিল। অসমৰ কোনো কোনো ঠাইত 'খেতৰ-খেতৰীৰ পূজা' এতিয়াও কৰা হয়।

মধ্যযুগৰ অসমৰ সামাজিক আৰু ধৰ্ম্মমূলক বুৰঞ্জীৰ বাবে অসমীয়া সাহিত্য অমূল্য উপাদান। প্ৰাচীন পুথিসমূহত অস-মীয়া মানুহৰ ভোজন বিলাসিতা, শিল্প-ৰুচি, বেশভূষা, অঙ্গৰাগ, অলঙ্কাৰ-মণ্ডন, নৃত্যগীত, বাদ্য-যন্ত্ৰ, কৃষি-কৰ্ম্ম, গৃহ-নিৰ্ম্মাণ সম্বন্ধে অলেখ বৰ্ণনা বিক্ষিপ্ত হৈ আছে। এই বিৱৰণপৰা মধ্যযুগৰ অসমৰ জাতীয় জীৱনৰ অখণ্ড চিত্ৰ ৰচনা কৰিব পাৰি। ভালে-মান দেৱতাৰ কাহিনীৰ মাজেদিয়েই সাধাৰণ মানুহৰ সুখ-দুখ দাৰিদ্ৰ-দুৰ্গতি, মাৰি-মৰকৰ উল্লেখ কৰা হৈছে। প্ৰত্যেক প্ৰাচীন গ্ৰন্থত কবিসকলে আত্মপৰিচয় দিওঁতে নিজৰ গাওঁ আৰু নগৰৰ মনোৰম বৰ্ণনা দি গৈছে। সেইবোৰ সংগ্ৰহ কৰিলে প্ৰাচীন অসমৰ ভূগোল সম্বন্ধে উৎকৃষ্ট গ্ৰন্থ ৰচনা হব।

ডাঃ সূৰ্য্যকুমাৰ ভূঞাদেৱৰ জীৱনব্যাপী কৰা চেষ্টাৰ ফলত আহোম যুগৰ বুৰঞ্জী সম্পদ পোহৰলৈ আহিছে। এই বুৰঞ্জী-

সমূহৰপৰা এতিয়ালৈকে দেশৰ ৰাজনৈতিক বিৱৰণহে সংকলিত হৈছে। এই বুৰঞ্জীৰপৰা মধ্যযুগৰ অসমৰ সামাজিক, ধাৰ্ম্মিক, আৰ্থিক আৰু শিক্ষা সম্বন্ধীয় তথ্য-পাতি সংগ্ৰহ কৰা প্ৰয়োজন। অসম দেশৰ ভৌগলিক বিৱৰণ যুগুত কৰিবলৈকো বুৰঞ্জীসমূহত অমূল্য উপাদান আছে।

প্ৰাচীন বঙালী আৰু উৰিয়া সাহিত্যৰ ঠায়ে ঠায়ে অসমৰ বিৱৰণ পোৱা যায়। উৰিয়া ভাষাত ৰচিত মহাভাৰতত কামৰূপ যে তন্ত্ৰ-মন্ত্ৰৰ দেশ আছিল তাৰ উল্লেখ আছে। আমাৰ কোনো কোনোৱে এই প্ৰাদেশিক ভাৰতীয় সাহিত্যৰ পৰাও তথ্য-পাতি সংগ্ৰহ কৰা উচিত।

সংস্কৃতত ৰচিত গ্ৰন্থৰপৰা পুৰণি অসম সম্বন্ধীয় কিছু কথা সংগ্ৰহ হৈছে। অৱশ্যে এই বিষয়ে বহু তথ্য এতিয়াও অনুসন্ধান কৰিব লগীয়া আছে। স্মৃতি আৰু জ্যোতিষ বিষয়ৰ ভালেমান গ্ৰন্থ-নিবন্ধ প্ৰাচীন অসমীয়া পণ্ডিতসকলে ৰচনা কৰিছিল। এই পুথিসমূহত স্মৃতিকাৰসকলে আমাৰ দেশৰ প্ৰায়শ্চিত্ত বিধি,—পূজা পাৰ্ব্বণ, আচাৰ-পদ্ধতি, ৰাজ-ধৰ্ম্ম, দণ্ড-বিধান সম্বন্ধীয় বিৱৰণ দিছে। অসমত জ্যোতিষৰ কেনেদৰে চৰ্চ্চা হৈছিল আৰু জ্যোতিষ বিষয়ত কামৰূপৰ কি মত আছিল সেই কথা এতিয়ালৈকে আবিষ্কৃত হোৱা নানা গ্ৰন্থত সন্নিহিত হৈ আছে। আমাৰ সংস্কৃতজ্ঞ পণ্ডিত-সকলে এই তথ্য সমূহ পোহৰলৈ আনিব বুলি আশা কৰিলোঁ।

এই প্ৰসঙ্গতে কামাখ্যা মন্দিৰৰ পূজাৰীসকলৰ প্ৰতিও আমাৰ এটা নিবেদন আছে। কামাখ্যা মন্দিৰৰ বাবেই অসম দেশ ভাৰতৰ বহু ঠাইত প্ৰখ্যাত। অতি প্ৰাচীন কালৰেপৰা অসমলৈ ধাৰাবাহিক ভাৱে তীৰ্থ-যাত্ৰী আহি আছে। নানা পুৰাণ আৰু তন্ত্ৰ-আদি গ্ৰন্থত অসমৰ তীৰ্থ স্থানৰ উল্লেখ কৰা



হৈছে। মধ্যযুগত অসমলৈ অহা তীৰ্থ-যাত্ৰীসকলৰ নাম-ধাম পৰিচয়-তালিকা কামাখ্যাৰ পূজাৰীসকলৰ ঘৰত পোৱা যাব। বিভিন্ন সময়ত পূজা পাৰ্ব্বণত খৰচ হোৱা টকা পইচাৰো তেওঁ-লোকে হিচাপ ৰাখিছে। এইবোৰৰ সংগ্ৰহে আমাৰ দেশৰ পূৰণি কালৰ আৰ্থিক অৱস্থাৰ সম্ভেদ দিব। শিৱসাগৰ, দেৰগাওঁ আদি অন্য ঠাইৰ প্ৰাচীন দৌল-দেৱালয়ৰ পূজাৰীসকলৰ পৰাও এনে তথ্য আহৰণ কৰিব পাৰি।

ফাৰ্চী ভাষা জনা অসমীয়া লোকে মোগল যুগত ৰচিত ফাৰ্চী ভাষাৰ গ্ৰন্থৰ পৰা উপাদান সংকলন কৰিব পাৰে। বৰ পৰিতাপৰ বিষয় যে ডক্টৰ মফিজুদ্দিন ইচ্‌লাম বৰা দেৱৰ তিৰোধানৰ পিছৰ পৰা কোনো অসমীয়াই এই বিষয়ৰ চৰ্চ্চাত আগবঢ়া নাই।

এই প্ৰসঙ্গতে অসমৰ মুছলমান সকলৰ বুৰঞ্জীৰ কথাও উল্লেখ কৰিলো। সম্ভৱতঃ, খৃষ্টাব্দ একাদশ দ্বাদশ শতিকাৰ পৰাই বিভিন্ন মুছলমান সম্প্ৰদায়ে অসমত বাস কৰিছে। শিৱসাগৰ, নগাওঁ, পুৰণিগুদাম, হাজো আদি ঠাইত মধ্যযুগত অসমলৈ অহা মুছলমানসকলৰ সতি-সন্ততি আছে। তেওঁলোকৰ বংশতালিকা আৰু ঐতিহ্য সম্বন্ধীয় তথ্য শীঘ্ৰে সংগ্ৰহ নকৰিলে সেইবোৰ বিলুপ্ত হ'ব। অসমীয়া চিন্তা-ধাৰা, আহোমৰ দিনৰ ৰাজ্যশাসন, ভাষা সাহিত্য, চিত্ৰাঙ্কন, ভোজন-বিলাস, বেশ-ভূষাত মুছলমান-সকলৰ কিছু দান নোহোৱা নহয়। কোনো কোনোৱে বৈষ্ণৱ ধৰ্ম্মৰ ওপৰত চুফি মতবাদ আৰু দেহবিচাৰৰ গীতত জিকিৰৰ প্ৰভাৱ অনুমান কৰে। এই সংস্কৃতি সংমিশ্ৰণৰ তথ্য উদ্ধাৰ কৰিলে দুই সম্প্ৰদায়ৰ মাজত স্নেহ-প্ৰীতি পূৰ্ব্বতকৈ প্ৰগাঢ় হব বুলি বিশ্বাস।

অসম বুৰঞ্জীৰ লগত চীন-তীব্বত, ব্ৰহ্ম, শ্যাম, নেপাল দেশৰ সম্বন্ধৰ কথা পূৰ্ব্বে উল্লেখ কৰা হৈছে। আমাৰ কোনো কোনোৱে সেই দেশৰ বুৰঞ্জীৰপৰা অসম দেশ সম্বন্ধীয় বিবৰণ আহৰণ কৰিবলৈ চেষ্টা কৰিলে সুফল পাব।

পুৰাতত্ত্ব বা Archaeology সম্বন্ধেও আমাৰ দেশত এতিয়ালৈকে বিশেষ চেষ্টা হোৱা নাই বুলিলে অত্যুক্তি কৰা নহয়। ভাৰতীয় পুৰাতত্ত্ব বিভাগে এতিয়ালৈকে আমাৰ দেশত সংৰক্ষণ কাৰ্য্যহে চলাইছে; কেতিয়াবা আকস্মিকভাৱে আৱিষ্কাৰ হোৱা দুই এটি ভাস্কৰ্য্যৰ সহায়ত কোনোমতে প্ৰাদেশিক যাদুঘৰৰ শোভা বৃদ্ধি হৈ আছে। বৰ পৰিতাপৰ বিষয় যে দেশৰ সৰ্ব্বত্ৰ সিঁচৰিত হৈ থকা মূৰ্ত্তি আৰু ভাস্কৰ্য্যসমূহ তৎপৰতাৰে সংগ্ৰহ কৰিবলৈ আজিলৈকে কোনো চেষ্টাই হোৱা নাই। তেজপুৰৰ বামুণী পাহাৰ, দহপৰ্ব্বতীয়া, কোলপাৰ্কত পৰি থকা, শিৱসাগৰ আদি ঠাইৰ চৰকাৰী বিষয়াৰ চাং বাঙ্গলা শোভাকৰা প্ৰাচীন ভাস্কৰ্য্য-সমূহ অতি শীঘ্ৰে প্ৰাদেশিক যাদু-ঘৰত সংৰক্ষণ কৰাৰ দিহা হব লাগে।

এই খিনিতে অন্য এটি প্ৰয়োজনীয় সংগ্ৰহ আৰু সংৰক্ষণ কাৰ্য্যলৈ দৃষ্টি আকৰ্ষণ কৰা হ'ল। আমাৰ দেশৰ সত্ৰ আৰু গাৱঁৰ পুৰণি নাম-ঘৰৰ কাঠৰ খুটা, ফুলচটি, দুৱাৰ আদিত খোদিত বহু মূৰ্ত্তি আৰু কাৰুকাৰ্য্য আছে। টিনপাত আৰু ইটাৰ নামঘৰ হোৱাৰ লগে লগে সেই অমূল্য শিল্প ৰাজিৰ প্ৰতি আওকাণ কৰা হৈছে। কেইবছৰমানৰ আগতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ নিমিত্তে পুঁজি সংগ্ৰহ কৰিবলৈ স্বৰ্গীয় গোপীনাথ বৰদলৈৰ লগত মাজুলীৰ কমলাবাৰী সত্ৰলৈ যোৱাৰ আমাৰ সৌভাগ্য ঘটিছিল। সেই সময়ত সত্ৰৰ পুৰণি নাম



ঘৰটিৰ ঠাইত নতুন নামঘৰ সজা হৈছিল; কিন্তু পুৰণি নাম ঘৰৰ কাঠৰ খুটা আদিত কটা মনোৰম মূৰ্ত্তি আৰু মণ্ডনকাৰ্য্য-সমূহ নষ্ট কৰি পেলোৱা হ'ল। তাৰ কেইটিমান আমাৰ অনুৰোধত সত্ৰাধিকাৰ প্ৰভুৱে তীৰ্থ কৰিবলৈ আহোঁতে গুৱাহাটী প্ৰাদেশিক যাদুঘৰত দি যায়। যোৱা বছৰ বৰদোৱা সত্ৰৰ প্ৰাঙ্গনতো প্ৰাচীন অসমীয়া চাৰু-শিল্পৰ নিদৰ্শন আলাই-আথানি হৈ পৰি থকা দেখি আহিছোঁ। এই জাতীয় সম্পদসমূহ সংগ্ৰহ কৰিবলৈ অসম চৰকাৰে অতি শীঘ্ৰে এজন বিষয়া নিযুক্ত কৰা উচিত। আহোম ৰজাসকলে দৌল দেৱালয় আৰু পুখুৰী উচৰ্গা আৰু মাটি বাৰী দান শিলালেখত বা তাম্ৰপত্ৰত কৰি দিছিল। সেই শিলালেখ আৰু তাম্ৰপত্ৰসমূহৰ তালিকা যুগুত আৰু সেইবোৰৰ প্ৰকাশ অতি প্ৰয়োজনীয়। এই বিষয়ে ভাৰতীয় Epigraphy ডিপাৰ্টমেণ্টৰ সহায়ত আমি নিজে কিছু চেষ্টা কৰিছোঁ।

খনন কাৰ্য্যতো ভাৰতীয় পুৰাতত্ত্ব বিভাগে অসমৰ নিমিত্তে কোনো পৰিকল্পনা লোৱা নাই। অসম এখন অতি প্ৰাচীন দেশ। ব্ৰহ্মপুত্ৰৰ পাৰত প্ৰাক্ ঐতিহাসিক যুগৰেপৰা লোক বসতি আছিল বুলি বহু পণ্ডিতে অনুমান কৰে। অতীতৰেপৰা এই ব্ৰহ্মপুত্ৰ নদীয়ে অসমক কেৱল সৰ্ব্ব-ভাৰত আৰু মঙ্গোলীয় দেশৰ লগতে সংযুক্ত কৰা নাই, এই বিৰাট নদীৰ সহায়ত প্ৰাচীন অসমত ভৌগলিক ঐক্য স্থাপন আৰু নগৰ নিৰ্ম্মাণ সম্ভৱপৰ হৈছিল। বৈজ্ঞানিক পদ্ধতিত ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে খনন-কাৰ্য্য চলালে অসমতো প্ৰাগঐতিহাসিক যুগৰ স্মৃতি-চিন পোৱা যাব বুলি আমাৰ বিশ্বাস। যোৱা বাৰৰ সভাপতি শ্ৰীযুত সুৰেন্দ্ৰচন্দ্ৰ ৰাজখোৱাদেৱে গুৱাহাটী বিশ্ববিদ্যালয়ে এই কাম হাতত লোৱাৰ ইঙ্গিত দি গৈছে।

গুৱাহাটী বিশ্ববিদ্যালয় আৰু ভাৰতৰ পুৰাতত্ত্ব বিভাগে লগ লাগি অসমত খনন কাৰ্য্যৰ এটি পৰিকল্পনা লোৱা উচিত। এলাহাবাদ আৰু কলিকতা বিশ্ববিদ্যালয়ে আৰু পুণাৰ ডেক্কান কলেজে এনে খনন কাৰ্য্য হাতত লৈ বহুলভাৱে উপকৃত হৈছে।

আহোম যুগ আৰু বৃটিছ যুগৰ বুৰঞ্জীৰ উপাদানৰ কাৰণে বিলাতৰ বৰ্ত্তমান Common Wealth Relations Office, দিল্লীৰ National Archive আৰু ছিলঙৰ চেক্রেটৰীয়েটত অনুসন্ধান কৰিব লগীয়া বহু নথি-পত্ৰ, ৰিপোৰ্ট, ডেচপাচ আছে। অসমৰ প্ৰত্যেক জিলাৰে কছাৰী ঘৰৰ দপ্তৰত বৃটিছ যুগৰ বুৰঞ্জী ৰচনাত সহায় কৰিব পৰা নথি-পত্ৰ, দলিল-দস্তাবীদ ধূলি-মাকতিৰে মলিয়ন হৈ আছে। উপযুক্ত বিষয়াৰ হতুৱাই সেইবোৰ জাৰি-জোকাৰি সংগ্ৰহ আৰু তালিকা প্ৰস্তুতৰ সময় পাৰ হৈ গৈছে। আমাৰ কোনো কোনোৱে এই বিৰাট উপাদানৰ সহায়ত বৃটিছ যুগৰ আৰ্থিক, আইন আদালত, ৰাজহ, শিক্ষা আদি বিষয়ৰ গৱেষণাৰ কাম হাতত লোৱা নিতান্ত প্ৰয়োজন।

বিভিন্ন জিলাত থকা খৃষ্টান মিচনাৰীসকলৰ কাৰ্য্যালয়তো প্ৰয়োজনীয় চিঠি-পত্ৰ কাকতাদি আছে। সেইবোৰবো অনুসন্ধান কৰিব লাগে। বিশ্ববিদ্যালয় আৰু অসম চৰকাৰে পুৰণি ইংৰাজী আৰু অসমীয়া নথি-পত্ৰ আদি প্ৰকাশ কৰিবলৈ দিহা কৰা প্ৰয়োজন। বুৰঞ্জী, অৰ্থ-নীতি, শিক্ষা, বাণিজ্য অসমীয়া ভাষা সাহিত্যত এম, এ, পাছ কৰা ছাত্ৰসকলক বৃত্তি দি বুৰঞ্জীমূলক নথি-পত্ৰসমূহ সম্পাদন আৰু প্ৰকাশ কৰিবলৈ সুযোগ দিয়া উচিত।

অৰুণোদয় আদি পুৰণি সমাচাৰপত্ৰবপৰাও আধুনিক যুগৰ সমাজ, শিক্ষা, ধৰ্ম্ম, সাহিত্য সম্বন্ধীয় বুৰঞ্জীমূলক বিৱৰণ



সংগ্ৰহ কৰাৰ স্থল আছে। পুৰণি সংবাদ পত্ৰৰপৰা কেনে ধৰণৰ তথ্য-পাতি সংগ্ৰহ কৰিব পাৰি তাৰ দুই এটি উদাহৰণ অৰুণোদয়ৰপৰা উদ্ধৃত কৰা হল। ১৮৩৮ খৃষ্টাব্দৰ অৰুণোদয় পত্ৰিকাত এটি মূল্যৱান বুৰঞ্জীমূলক বাতৰি প্ৰকাশ হৈছিল। বাতৰিটো এই—

"পুৰন্দৰ সিংহ ৰজাৰ বৰ ৰাণি গুআহাটিৰ পৰা উজাই আহোঁতে মুনিচন্দ্ৰ ব্ৰাহ্মণে আস বাহিঁ গৈ আপোনাৰ নাৱত তুলি আনি, ৰাণি অলপ বেমাৰ হোৱাত দৰব খুআঁও বুলি বিসম দৰব খুআই মাৰিলে। পাচে ধৰা পৰিলত ধনৰ লোভত মাৰিলে বুলি জানি বিচাৰকৰ্ত্তাসকলে জনমভৰ ফাটেকত দিলে।"

১৮৪৬ খৃষ্টাব্দৰ অক্টোবৰ মাহৰ পত্ৰিকাত অনেক দেসৰ সম্বাদত আছে,—

"জোৰহাট নগৰত মহাৰজা পুৰন্দৰ সিংহৰ ৩ দিন জাওঁতে মধুমেহৰ পিৰা উপস্থিত হৈ বৰ্ত্তমান মাহৰ ১ প্ৰথম তাৰিখে ব্ৰিহস্পতিবাৰৰ দিনা বেলি দুই বজাৰ সময়ত মৃত্যু হল।

তেতিয়া দূৰ্গাপূজা চাবলৈ ফুকন, বৰুআ, আদি ৰবৰুআ ডাঙৰীয়া সকল গোট খাই, সেই মৃত্যু মহাৰজাক নগৰৰ পৰা বাহিৰ কৰি, দহন আদি কৰাৰৰ নিমিত্তে শ্ৰীযুত কামেশ্বৰ সিংহক, মৃত্যু ৰজাৰ স থকা ঠাইতে বৰ চৰাত কাপড় পাৰি বহুআই। ৰবৰুআ আৰু ডাঙৰীয়া সকলে চাৰি বজাৰ সময়ইত পুবে পিতৃ ৰজাই যুবৰাজ নাম দিয়া, শ্ৰীজুত কামেশ্বৰ সিংহক এক সেৱা কৰি জুবৰাজ মৰ্জদা দিলে। পাচে জুবৰাজে সোণ, ৰূপ, কাঁহ আৰু তাম এই চাৰি কলহেৰে মৃত্যু ৰজাক গা ধুআই, ৰাজ অলঙ্কাৰ পিন্ধাই, সৰাইত সাজ কাপৰ দি কুঁঅৰি আৰু গোহাঁই সকলে সেৱা জনাই, চাঙ্গটি চন্দোআৰ তৰি চৌ দোলাত তুলি

দিচে নৈৰ ওচৰলৈ নি, আঁৰ কাপৰ তৰি চন্দন কাঠ আদিৰে দহন কৰিলে। স নিওঁতে বৰ লোক আৰু সৰু লোক, বহু মানুহ গৈছিল।"

কলিকতাৰ পৰা গুৱাহাটিলৈ ভাপৰ নাও অহা জোৱাৰ কথা প্ৰসঙ্গত ১৮৪৭ খৃষ্টাব্দৰ চেপ্তেম্বৰ মাহৰ অৰুণোদইত লিখিছিল—

"ঢাকাই দি গুৱাহাটিলৈ তিনি বচৰলৈকে মাহে মাহে ষ্টিম বোট অৰ্থাত ভাপৰ নাও পঠাবলৈ গৱৰ্ণমেণ্টে আগ্যা দি থিৰ কৰিলে। আগষ্ট মাহত ১৩ তাৰিখত জমনা নামে এখন ষ্টিম বোট কলিকতা এৰি ২৯ তাৰিখত যোকাম গুৱাহাটি পালেহি; তাতে তিনি দিন মান থকাত, সেই জিলাৰ সাহাব আৰু অসমীয়া অনেক ভদ্ৰলোক, মুঠে তিনি স মান মানুহ ষ্টিম বোটত উঠি অলপমান উজাই গৈছিল, তাৰে পাচে ভাটিলৈকো কিছু দুৰ গৈ আকও গুৱাহাটিলৈ উভতি আহিল।"

১৮৪৯ খৃষ্টাব্দৰ নবেম্বৰ মাহৰ অৰুণোদয়ত অসমীয়া ছাত্ৰৰ ডাক্তৰী শিক্ষা সম্বন্ধে সংবাদ আছে—

"কোনো কোনো অসমীয়া লোৱা বেজৰ কাম সিকিবৰ নিমিত্তে দেসৰ পৰা কলিকতালৈ গৈ মেদিকেল কলেজ, অৰ্থাত প্ৰধান বেজৰ ঘৰত সোমাল, আৰু কলিকতাৰ সমাচাৰ দৰ্পনত লিখিচে, সিহঁতে ভালকৈ সিকি আচে।"

বঙ্গ ভাষাত ব্ৰজেন্দ্ৰনাথ বন্দোপাধ্যায়ে সম্পাদন কৰা "সংবাদ পত্ৰে সেকালেৰ কথা" নামৰ গ্ৰন্থই এনে ধৰণৰ সংকলন কাৰ্য্যৰ কিছু সংকেত দিব। বঙ্গদেশৰ পত্ৰিকাত প্ৰকাশ হোৱা অসম সম্বন্ধীয় দুই চাৰিটা সা-সংবাদে—"সংবাদ পত্ৰে সেকালেৰ কথা"ত ঠাই পাইছে। কিন্তু আমাৰ প্ৰাচীন সম্বাদ পত্ৰ সমূহ ইতিমধ্যেই দুষ্প্ৰাপ্য হৈ পৰিছে। বৃটিছ যুগৰ অসমৰ বুৰঞ্জী ৰচনাৰ



উপকৰণৰ নিমিত্তে এই সম্বাদপত্ৰ সমূহ সংগ্ৰহ কৰি কোনো কেন্দ্ৰীয় গ্ৰন্থালয়ত সংৰক্ষণৰ নিতান্ত প্ৰয়োজন।

বুৰঞ্জী প্ৰণয়ন কাৰ্য্যত এই বিবিধ উপাদান লগাবলৈ হলে সেইবোৰ অতি সাৱধান আৰু সতৰ্কতাৰে চয়ন কৰিব লাগিব। তাৰ তাৎপৰ্য্য ব্যাখ্যা ঐতিহাসিক তুলাদণ্ডৰে কৰা কৰ্ত্তব্য। স্বদেশ-প্ৰীতি আৰু জাতি-কুল সম্প্ৰদায়ৰ-অনুৰাগ বিৰাগৰপৰা যাতে এই ব্যাখ্যা মুক্ত হয় তালৈ বিশেষভাৱে লক্ষ্য ৰখা উচিত। ঐতিহাসিক আদৰ্শ সম্বন্ধে দ্বাদশ শতিকাৰ কবি কহ্লনে "ৰাজতৰঙ্গিণী"ত যি উক্তি কৰিছে সি আজিৰ দিনতো অনুকৰণীয়—

"শ্লাঘ্যঃ স এব গুণৱান্ ৰাগদ্বেষবহিস্কৃতা।
ভূতাৰ্থ কথনে যস্য স্থেয়স্যেৱ সৰস্বতী॥

সেই গুণৱানেই শ্লাঘ্য যাৰ বাণী (সৰস্বতী) ভূতাৰ্থ কথনত স্থেয়, অৰ্থাৎ বিচাৰকৰ দৰে ৰাগদ্বেষ বৰ্জ্জিত।

আমি উল্লেখ কৰা বুৰঞ্জীমূলক উপাদানৰ সংগ্ৰহ দুই এজন লোকৰ দ্বাৰা সম্ভৱ নহয়। ইয়াৰ কাৰণে প্ৰয়োজন তৰুণসকলৰ শক্তি, প্ৰবীণসকলৰ প্ৰজ্ঞা, ধনীসকলৰ অৰ্থ আৰু বয়সস্থসকলৰ অভিজ্ঞতা। তাতকৈ প্ৰয়োজন দেশবাসীৰ ইচ্ছা, আগ্ৰহ আৰু একনৈষ্ঠিক চেষ্টা। জাতীয় বুৰঞ্জী—যি বুৰঞ্জীয়ে নানা ঘাত-প্ৰতিঘাতৰ মাজেদি গঢ় লওঁতে শ শ বছৰ লাগিছে, তাক দুই এবছৰতে সংকলন কৰা সম্ভৱপৰ নহয়। ইয়াৰ কাৰণে বহু সময়, বহু পৰিশ্ৰম, বহু সাধনাৰ প্ৰয়োজন। ভূগোল, নৃতত্ত্ব, দৰ্শন, অৰ্থনীতি, ভাষা-বিজ্ঞান, এই সকলো বিদ্যাতে নিপুণ লোক এই জাতীয়কাৰ্য্য সম্পাদনত সহায়ক হোৱা উচিত।

---

মূল-সভা :—

# বিদায় সম্ভাষণ

## সভানেত্ৰী—শ্ৰীযুতা নলিনীবালা দেৱী

শ্ৰদ্ধেয় সভাপতি দেৱ, অভ্যৰ্থনা সভাৰ সভাপতি ডাঙৰীয়া, সমাগত শ্ৰদ্ধেয় উপস্থিত সুধীসমাজ, আইসকল, প্ৰিয় ছাত্ৰ-ছাত্ৰী আৰু বন্ধুসকল! আপোনালোকৰ মৰম-চেনেহ উদ্যোগ-উৎসাহ শিৰত লৈ অসমৰ অতি প্ৰাণৰ অনুষ্ঠান অসম সাহিত্য সভাৰ চতুৰ্বিংশতি অধিবেশন প্ৰাগজ্যোতিষৰ লৌহিত্যৰ পুণ্য তীৰত মহা নগৰী অতীত ঐতিহ্যপূৰ্ণ গুৱাহাটী নগৰীত মহাসমাৰোহেৰে আজি উৎসৱ আয়োজন আৰম্ভ কৰা হৈছে। সদৌ অসমৰ সাহিত্যানুৰাগী বাণী সাধকৰ সমাগমত আজি সাহিত্য সভাৰ সভা মণ্ডপ উপচি পৰিছে, আজি আমাৰ দেশমাতৃ ভাষা জননীৰ পূজাৰ মহাযজ্ঞ। এই অনুষ্ঠান আমাৰ জাতীয় গৌৰৱৰ বিজয় স্তম্ভ। প্ৰত্যেক অসমীয়া আৰু অসম বাসীৰ স্নেহ আৰু শ্ৰদ্ধাৰে ওপচা এই মহা সম্মিলনীৰ যজ্ঞৰ পুৰোহিত স্বৰূপে আজি যিজনে পুৰোহিতৰ আসন সুশোভিত কৰিছে সেইজন সুকবি সাহিত্য-সেৱী ডুৰবাদেৱ অসমত সুপৰিচিত। তেখেতৰ সুযোগ্য নেতৃত্বই অসমৰ সাহিত্য ক্ষেত্ৰত দুগুণে জেউতি চৰাই অসমক গৌৰৱান্বিত কৰিব, সদৌ অসমৰ সাহিত্যিক মণ্ডলীয়ে ডুৰবাদেৱক তেখেতৰ যোগ্য আসনত বহুৱাবলৈ পাই সকলোৱেই গৌৰৱ অনুভৱ কৰিছোঁহক।



শ্ৰীযুতা নলিনীবালা দেৱী

যোৱা বছৰৰ এনে এটি দিনতেই যোৰহাটত বহা সাহিত্য-সভাৰ ২৩ শ অধিবেশনত আপোনাসকলে এই অযোগ্যাক গৌৰৱময় আসনত বহুৱাই সভানেত্ৰীৰ ভাৰ দিছিল। আজি এবছৰ কাল সাহিত্য সভাৰ সভানেত্ৰী ৰূপে দেশৰ ভাষাৰ সেৱাকাৰ্য্যত মোৰ এই ক্ষুদ্ৰ শক্তিৰে যথাসাধ্য বৰঙণি যোগাবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাই। আপোনালোকে প্ৰধান সম্পাদকৰ প্ৰতিবেদনত শুনিছে, এই বছৰৰ ভিতৰত অসম সাহিত্য-সভাৰ ভালেমান শাখা সভা আৰু স্বীকৃতি সভা নতুনকৈ গঢ়ি উঠিছে। অসমৰ চুকে কোণে পৰ্ব্বতে ভৈয়ামে অসমীয়া সাহিত্যৰ প্ৰতি আগ্ৰহ আৰু সহানুভূতি দেখা গৈছে। সাহিত্য সভাৰ জীৱন বুৰঞ্জীত এই বছৰতেই সভ্য সংখ্যা আৰু শাখা সভাৰ সৰ্ব্বোচ্চ সংখ্যাত উপনীত হৈছে। বহু দিনৰ পৰা গোটখাই থকা সাহিত্য সভাৰ নানা বেমেজালি আঁতৰ হৈ আজিৰ স্বাধীন অসমৰ সাহিত্য সভা ৰাহুমুক্ত চন্দ্ৰকলাৰ দৰে অসম আকাশ শুৱনি হৈ পৰিছে। বিশেষ ভাৱে এই বছৰতে অসমৰ ভাগ্য নিৰ্ণয়ক সীমা নিৰ্দ্ধাৰণ আয়োগ মিশ্যনৰ আগত সাহিত্য সভাৰ সাক্ষ্যদান চৰকাৰী ভাবা আয়োগৰ আগত কৰিবলৈ পোৱা সাহিত্য সভাৰ বুৰঞ্জীত স্মৰণীয় ঘটনা ৰূপে চিৰ দিন গৌৰৱ দান কৰিব। দুখৰ বিষয় শ্ৰীশঙ্কৰ গুৰুৰ সংস্কৃতি বিকাশৰ তীৰ্থস্থান কোচবিহাৰক আমি অসমলৈ ঘূৰাই আনিব নোৱাৰিলো। অসমৰ সীমাৰেখা নিৰ্দ্ধাৰণৰ এটি বিচ্ছেদৰ বিপদ কালিমাৰ চিন ৰৈ গল। তথাপি আমাৰ অসমৰ সীমাৰ কিছু পৰিমাণে ৰক্ষা পৰিল। এই সকলৰ সাৰ্থকতাৰ মূলতে মই উল্লেখ নকৰি নোৱাৰো। আজি দুবছৰে প্ৰধান সম্পাদক ৰূপে নিৰ্ব্বাচিত হৈ একান্ত আন্তৰিকতাৰে দেশৰ ভাষাৰ সেৱা নিজৰ প্ৰধান কৰ্ত্তব্য ৰূপে

সমাধা কৰি মোৰ সৰু ভাইৰ তুল্য শ্ৰীমান অতুলচন্দ্ৰ হাজৰিকা দেৱৰ আপ্ৰাণ চেষ্টাতেই সম্ভৱ হৈছে। দেশৰ ভাষাৰ সেৱাত এনে ঐকান্তিক নিষ্ঠা নহলে কাৰ্য্য ক্ষেত্ৰত সফলতা লাভ কৰিব নোৱাৰি। মই আশা কৰো ভৱিষ্যতলৈ নিৰ্ব্বাচিত সম্পাদকসকলে এনে নিষ্ঠাপূৰ্ণ আহিৰে অসমীয়া জাতিৰ অতি চেনেহৰ এই সাহিত্য-সভাৰ সেৱাৰ ভাৰত আত্ম নিয়োগ কৰিব। সুখৰ বিষয় যোৱা বছৰৰ কাৰ্য্যকৰী সভাৰ নতুনকৈ নিৰ্ব্বাচিত হোৱা নবীন প্ৰধান সভ্যসকলে অতদিনে অৱহেলিত হৈ থকা সাহিত্য সভাৰ বিভিন্ন ধৰণৰ উন্নতি পথৰ কাৰ্য্যকৰী কৰবিলৈ দেহে কেহে যত্ন কৰিছে।

বয়সস্থজনৰ সস্নেহ উপদেশ ডেকাসকলৰ কৰ্ম্মশক্তিৰ ওপৰতেই সাহিত্য সভাৰ সকলো সাৰ্থকতা নিৰ্ভৰ কৰিছে। উঠি অহা এচাম ডেকা-গাভৰু সাহিত্যিকৰ মাতৃ ভাষাৰ সেৱাৰ প্ৰতি আগ্ৰহ দেখা গৈছে। সংখ্যাত তাকৰ হলেও তেখেতসকলৰ সুচিন্তিত অৱদানে মাতৃ ভাষাৰ ভালেখিনি অভাৱ দূৰ কৰিব বুলি মোৰ আশাবাদী মনে কামনা কৰে।

দেশৰ সংগঠনৰ বহুখিনি দায়িত্ব সাহিত্যিকৰ ওপৰতে নিৰ্ভৰ কৰে। পৃথিবীৰ বুৰঞ্জীয়ে তাৰেই সাক্ষী দিয়ে। অসমৰ উঠি অহা সাহিত্যিকসকলৰ মূল্যৱান সাহিত্য দেশে আশা কৰে। এই সাহিত্যই আজিৰ যুগৰ দেশৰ পতনোন্মুখী চৰিত্ৰত নতুন শক্তি আৰু উধৰণী যোগাই এটা চৰিত্ৰবান জাতি গঢ়ি তুলিবলৈ চেষ্টা কৰিব। উদাহৰণ স্বৰূপে কব পাৰি ভাৰতৰ অতীত ঐতিহ্য-পূৰ্ণ বেদ সাহিত্যই বৈদিক যুগৰ নাৰী-পুৰুষৰ মহান চৰিত্ৰৰ সৃষ্টি কৰিছিল। পুৰাণ যুগৰ ব্যাস বাল্মীকিৰ মহাভাৰত ৰামায়ণ সাহিত্যই মানৱশ্ৰেষ্ঠ ৰাম সীতাৰ চৰিত্ৰ, মহাভাৰতে ভীষ্ম



পাণ্ডৱ শ্ৰীকৃষ্ণৰ চৰিত্ৰ, কুন্তী মাতৃ দ্ৰৌপদীৰ চৰিত্ৰ সৃষ্টি কৰিছিল। পাশ্চাত্য সাহিত্যত সেই দৰে মাৰ্কস সাহিত্যই নতুন ৰুছ জাতি আৰু সাম্যবাদী গণতন্ত্ৰ গঠন কৰিছে। ছেক্সপিয়েৰ, মিলটন, টলষ্টয়, আদি পশ্চিমীয়া সাহিত্যিকৰ যেই সেই দেশৰ জাতীয় চৰিত্ৰ গঠন কৰিছে। ইংৰাজ জাতিৰ জাতিগত চৰিত্ৰ অতি উচ্চ স্তৰৰ। সিহঁতৰ জাতীয় চৰিত্ৰত এটা বিশিষ্টতা আছে। ইংৰাজ শিশুৰ জাতীয় চৰিত্ৰ গঠনত মাক-বাপেকে তীব্ৰ ভাৱে চকু ৰাখে। ইংৰাজ পিতৃ-মাতৃয়ে এইটো সদায় মনত ৰাখে যদি তেওঁলোকৰ সন্তান ইংৰাজৰ জাতীয় চৰিত্ৰত চৰিত্ৰৱান হৈ নুঠে, তেনেহলে সেই সন্তান ইংলণ্ডৰ কলঙ্ক স্বৰূপ হব। আৰু তেনে সন্তানৰ পিতৃ-মাতৃ হোৱা কলঙ্কিত অপমান বুলি ভাবে। নিজৰ দেশ আৰু জাতিৰ প্ৰতি বিশ্বাসঘাতকতা অমাৰ্জ্জনীয় অপৰাধ বুলি সৰুৰে পৰা শিশুক ভাবিবলৈ শিকায়। নিজৰ দেশৰ কোনো অনুষ্ঠানৰ, কোনো উন্নতিমূলক কামৰ সন্মান ৰাখিবলৈ শিকে, কাৰণ ইংৰাজ জাতিয়ে নিজৰ দেশখনক নিজৰ প্ৰাণতকৈয়ো ভাল পায়। সেই দেশৰ কোনো দোষ কোনো চৰিত্ৰহীন মাতাল দেশৰ কলঙ্ক বুলি ভাবে। সেই বাবেই সেই দেশৰ সৰু সুৰা কথাবোৰলৈ মন কৰিলেই জাতীয় চৰিত্ৰ চকুত পৰে। মই নিজে ইংলণ্ডলৈ যোৱা নাই কিন্তু মোৰ স্বৰ্গীয় পিতৃদেৱৰ মুখে শুনিছো, ইংলণ্ডত বাতৰি কাকত বেচোতাসকলে চাৰি আলিৰ মাজত এখন মেজত বিধে বিধে বাতৰি কাকত থৈ যায়; লগতে এটি বাকচ থাকে। প্ৰত্যেক-জন কিনোতাই কাকত লৈ তাৰ দাম বাকচত পেলাই থৈ যায়। পধুলি বেচোতাই কাকতৰ নিয়মিত দাম পায়। কাৰণ প্ৰত্যেকজন কিনোতাই যে কাকতলৈ নিয়মিত দাম দিয়াৰ সেই

কথা ভাল দৰে বেচোতাই জানে। আমাৰ দেশত হোৱা হলে কি হলহেঁতেন এইটো কথা ভাবি চাব লগীয়া। যেই কোনো দোকানত বা বাটত যদি কাৰোবাৰ টকাৰে ভৰা মনিবেগ পেলাই থৈ অহা হয়, সেই বেগ যথা সময়ত পুলিচ ষ্টেশ্যনত খবৰ কৰিলেই পোৱা যাব। কাৰণ দোকানীয়ে বা বাটৰুৱাই সেই বেগ কেতিয়াও নেৰাখে—তৎক্ষণাত পুলিচ ষ্টেশ্যনত জমা দিব। এইয়ে ইংৰাজ চৰিত্ৰ। অন্যায় অসততা প্ৰবঞ্চনা আৰু ঠগামি জাতীয় অপৰাধ বুলি সকলো ইংৰাজেই জানে। এনে ভাৱে ইংৰাজ জাতিৰ চৰিত্ৰ গঠন কৰিলে কোনে? ইংৰাজ শিশু সাহিত্যিক-সকলে নানা ধৰণৰ সুসাহিত্য সৃষ্টি কৰিলে; শিশু কালৰে পৰা জাতীয় সাহিত্য পিতামাতা আৰু পাৰিপাৰ্শ্বিকতাই এনে ধৰণে জাতীয় চৰিত্ৰ গঠন কৰিব পাৰে। আমাৰ দেশতো এনেভাৱে জাতীয় চৰিত্ৰ গঠন কৰিবলৈ এদল উচ্চ আদৰ্শ পূৰ্ণ ডেকা সাহিত্যিক জীৱনৰ ব্ৰত ৰূপে লবলৈ আগবাঢ়ি আহিব লাগিব। সাহিত্য সৃষ্টি সুন্দৰৰ প্ৰতিভূ। সাহিত্যৰ কল্যাণে জাতিক জয়-টীকা পিন্ধাই দেশ আৰু জাতিগঠন সম্ভৱ কৰে। সুন্দৰ সাহিত্য সৃষ্টিয়ে সাহিত্য সভাৰ পৱিত্ৰ গৌৰৱময় ইতিহাস চিৰস্মৰণীয় কৰিব। ভৱিষ্যত বংশধৰসকলে অনুপ্ৰেৰণা লাভ কৰি চৰিত্ৰৱানত বলিয়ান হব। অসমৰ একমাত্ৰ সৰ্বদলীয় জাতীয় অনুষ্ঠান অসম সাহিত্য-সভাৰ ৰভা তলতে উদীয়মান অসমৰ শক্তি কেন্দ্ৰীভূত কৰিবৰ সময় হৈছে। এণ এটা সমাজৰ কৰাল গ্ৰাসৰ পৰা অসমে কোনো দিনেই মূৰ দাঙিব পৰা নাই। এনে অৱস্থাত আমাৰ ঢুকি পোৱা পৰ্বত ভৈয়ামৰ মিলিত শক্তিয়েই সঙ্ঘবদ্ধ হৈ, সকোলো সমস্যাৰ সমাধান কৰিবলৈ আমৰণ প্ৰতিজ্ঞাবদ্ধ হব লাগিব। অসমৰ ঐক্য শক্তি জগায় তুলিব পাৰিলে, নিষ্ক্ৰিয়



অন্তৰত নিবিড় শ্ৰদ্ধা জগাই তুলিব পাৰিলে, কোনো সমস্যাই সমাধান কঠিন নহব। এই ক্ষেত্ৰত ডেকা শক্তিৰ বিশেষ প্ৰয়োজন। কথাতে কয়, "নল মৰে গজালি উঠে"। ডেকাসকলে নিজৰ দেশৰ প্ৰতিটো স্বাৰ্থ ৰক্ষা আৰু সৰ্বাঙ্গীন উন্নতিৰ কাৰণে সকলো চিন্তা আৰু শক্তি প্ৰয়োগ কৰিব লাগিব। অসম মাতৃৰ প্ৰত্যেক সন্তানৰ দেশৰ গৌৰৱ, প্ৰতিভা, সন্মান ৰক্ষা আৰু জাতি গঠনত প্ৰচুৰ দায়িত্ব আছে। কৰ্মক্ষেত্ৰত বিভিন্নতা থাকিলেও দেশৰ স্বাৰ্থ ৰক্ষাৰ সময়ত জাতি গঠনৰ সময়ত কোনো দলৰ কোনো বিভিন্নতাৰ বাধা থাকিব নোৱাৰে। এতেকে ডেকা শক্তিক মই বাৰে বাৰে আহ্বান কৰোঁ। প্ৰত্যেক জন ডেকা গাভৰু সতেজ মস্তিষ্কৰ সুচিন্তিত কৰ্ম পদ্ধতিৰ সেৱা পাবলৈ, দেশমাতৃয়ে দাবী কৰে। দেশ-কল্যাণ ব্ৰতত ব্ৰতী হৈ নিস্বাৰ্থ সেৱাৰ ভাগ লবলৈ প্ৰত্যেকজন অসম সন্তান আগবাঢ়ি আহক, জ্ঞান-বিজ্ঞান কলা-দৰ্শন সাহিত্য, ৰাজনীতি, সমাজনীতি, সুসংস্কৃত কৰি অতীত ঐতিহ্য গৌৰৱময় কৰিবলৈ দৃঢ়-প্ৰতিজ্ঞ হওক। দেশ সেৱাৰ সক্ৰিয় অংশ গ্ৰহণ কৰি দেশৰ বিভিন্ন সমাজ কিদৰে সমাধান কৰিব পৰা হব, কিদৰে নীতিহীন পতনোন্মুখী জাতীয় চৰিত্ৰক চৰিত্ৰৱান কৰি তুলিব পৰা যায় সেই বিষয়ে গভীৰ চিন্তাৰ প্ৰয়োজন হৈছে। জাতীয় চৰিত্ৰ গঠনৰ আশা বুকুত বান্ধি অসমৰ উঠি অহা শিশু সমাজৰ কাৰণে সদৌ অসমত "মইনাপাৰিজাত" নামেৰে এটি শিশু অনুষ্ঠান গঠন হৈছে। এই উঠি অহা দেশৰ ভৱিষ্যত জাতিৰ নিৰ্মাতা শিশুসকলক চৰিত্ৰৱান কৰি তোলাৰ ভাৰ দেশৰ মাতৃসকলৰ আৰু অভিভাৱকসকলৰ হাতত। সকলোৱে আন্তৰিকতাৰে যত্ন কৰিলে, অদূৰ ভৱিষ্যতত আমি নতুন অসমৰ

এখনি পবিত্র নৈতিক চৰিত্র বলত বলিয়ান অসম সমাজ কল্পনা কৰিবলৈ আশা ৰাখো। ভালেখিনি কথা কৈ আপোনালোকক ইমান পৰ আমনি দিলো।

জীৱনৰ বেলি মাৰ যাওঁ যাওঁ, চিৰ চেনেহী অসমৰ ধূলিতে মোৰ জীৱন ফুল পাহি সৰি পৰিব। গোটেই জীৱন জুৰি সুন্দৰ মহান অসমৰ পবিত্রতা চৰিত্ৰবল নিৰ্ম্মল কান্তিৰ যি কল্পনা সপোন দেখি আহিছো সেয়ে মোৰ জীৱনৰ আকাঙ্ক্ষা হৈ যুগে যুগে ঘূৰি আহিব এই অসমৰ বুকুলৈকে, হয়তো এদিন মোৰ কল্পনা সপোনে ৰূপ লব, সুন্দৰ অসম পবিত্র নৈতিক চৰিত্ৰবলত বলিয়ান অসমে শৌৰ্য্যে বীৰ্য্যে গৌৰৱ জগাই ভাৰতত শ্ৰেষ্ঠ স্থান অধিকাৰ কৰিব। পৰম পিতাৰ চৰণত প্ৰাৰ্থনা জনাওঁ সেই সপোন যেন সফল হয়। শেহত আজি এবছৰে আপোনালোকে মৰমেৰে দিয়া গুৰু দায়িত্বৰ ভাৰ আজি যোগ্যজনৰ হাতত সমৰ্পণ কৰি কৰযোৰে আপোনালোকৰ ওচৰত মেলানি মাগিলো দায় দোষ যেন মৰিষণ কৰে।



# সম্পাদকীয় ঃ—

## বছেৰেকীয়া প্ৰতিবেদন

**( ১৯৫৪-৫৫ )**

**—শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকা**

আৰম্ভণি—

পৰম পবিত্র মহাবাহু ব্ৰহ্মপুত্ৰৰ পদধৌত প্ৰাগজ্যোতিষপুৰ নগৰত সমবেত মাতৃপূজাৰ পূজাৰীসকল!

জয়জয়তে বিশ্ব পিতাৰ চৰণত প্ৰণিপাত জনাই আপোনালোক সকলোৰে উদ্দেশ্যে মূৰ দোঁৱাই আমাৰ কাৰ্য্যকালৰ দু-আষাৰ মান কথা নিবেদন কৰিবলৈ থিয় হৈছো। আমি সম্পাদকৰ গুৰুভাৰ লোৱাৰ দিনৰ পৰা চাওঁতে চাওঁতে দুটি বছৰৰ ঢৌ নাচি-বাগি আমাৰ মূৰৰ ওপৰেদি পাৰ হৈ গল। এই দুবছৰৰ ভিতৰত আপোনালোক সকলোৰে আশীৰ্ব্বাদ শিৰত লৈ আমি যি কাম কৰিলোঁ আৰু কৰিব নোৱাৰিলোঁ তাৰ সামান্য আভাস দিবলৈ চেষ্টা কৰিম। যোৱা বছৰ এনে সময়তে যোৰহাট নগৰত কাৰ্য্যভাৰ লোৱাৰ পিচৰে পৰা আজিলৈকে কেইবাটাও শোকৰ বোজা আমি মূৰত তুলি লব লগীয়া হল। এক প্ৰকাৰ অসম সাহিত্য সভাৰ পক্ষে এইটো এটা শোকৰ বছৰ বুলিও কব পাৰি। এই বছৰৰ ভিতৰত দুগৰাকী ভূতপূৰ্ব্ব সভাপতি ভোলানাথ গুৰুৰ জ্ঞানদাভিৰাম বৰুৱা আৰু বয়োবৃদ্ধ প্ৰবীন সাহিত্যিক বেণুধৰ ৰাজখোৱা ডাঙৰীয়াই স্বৰ্গ প্ৰায়ণ কৰিলে। ‘বহুঘৰা’ৰ কবি দণ্ডিনাথেও অসম মাতৃৰ চকুলো এধাৰি

বোৱাই গল। দুজন সাহিত্য সভাৰ আজীৱন সভ্য প্ৰবীণ ৰাজ-নীতিজ্ঞ পুৰুষ মহম্মদ ছাদুল্লা আৰু ৰোহিণীকুমাৰ চৌধুৰী দেৱে নশ্বৰ দেহা ত্যাগ কৰিলে। এই সকলৰ উপৰিও আৰু কেইবা জনৰো শোক তৰ্পণ আজি এই সভাত আপোনালোকে আগ বঢ়াব লাগিব।

## কাৰ্য্যনিৰ্ব্বাহক সমিতি

এই বছৰ আমাৰ কাৰ্য্যনিৰ্ব্বাহক সভাৰ চাৰিটা অধিবেশন বহে। ১ম অধিবেশন যোৱা ২ জানুৱাৰীত যোৰহাটত, ২য় অধিবেশন ১৩ আৰু ১৪ মাৰ্চ্চত গুৱাহাটীত, ৩য় অধিবেশন ২৯ আগষ্টত যোৰহাটত আৰু ৪ৰ্থ অধিবেশন যোৱা ২৩ ডিচেম্বৰত গুৱাহাটীত বহে। এই অধিবেশনবোৰৰ বিতং বিৱৰণ অসম সাহিত্য-সভা পত্ৰিকাত প্ৰকাশ হৈ গৈছে আৰু তাত গৃহীত বিভিন্ন সিদ্ধান্তৰ ফলাফল এই প্ৰতিবেদনত বেলেগ বেলেগ প্ৰসঙ্গত উল্লেখ কৰা হৈছে। সমিতিৰ আটাই কেইজন সদস্যই যে মিলিজুলি এটি পৰিয়ালৰ মানুহৰ দৰে কাম কৰিব পাৰিছো সেইটোৱেই আমাৰ পক্ষে সন্তোষৰ বিষয়।

## বিত্তীয় অৱস্থা

আন কথা কোৱাৰ আগতে আপোনালোকৰ আগত আমাৰ সভাৰ ধন ভৰালৰ অৱস্থাৰ বিষয়ে জনোৱাটো উচিত বিবেচনা কৰোঁ। তলত আমাৰ কাৰ্য্যনিৰ্ব্বাহক সভাই মঞ্জুৰ কৰা এই বছৰৰ বাজেট সম্পূৰ্ণৰূপে তুলি দিয়া হল।

## ১৯৫৫-৫৬ চনৰ বাজেট

জমা :—

**(১) বেঙ্কত :—**

| | | |
|---|---|---|
| (ক) | ইম্পিৰিয়েল বেঙ্ক, শ্বিলং— | ৪,৩২০॥৶০ |
| (খ) | য়ুনাইটেড বেঙ্ক, যোৰহাট— | ২৭৷৴০ |
| (গ) | যোৰহাট ডাকঘৰ— | ৩,৪৭৭৲ |
| (ঘ) | গুৱাহাটী ডাকঘৰ— | ৩০০৲ |
| | | ৮,১১৯৴০ |

**(২) এই বছৰৰ আয় :—**

| | | |
|---|---|---|
| (ক) | আগৰ বছৰৰ হাতত জমা— | ৭৩৮॥৶৬ |
| (খ) | শাখা সভাৰ বৰঙনি— | ৫০০৲ |
| (গ) | ঘৰ কেৰেয়া— | ৪৮০৲ |
| (ঘ) | চৰকাৰী অনুদান— | ৬০০০৲ |
| (ঙ) | পত্ৰিকাৰ বৰঙনি— | ১০০০৲ |
| | | ৮,৭১৮॥৶৬ |
| | সৰ্ব্বমুঠ জমা— | ১৬,৮৩৭॥৴৬ |

## উপৰঞ্চি জমা

| | |
|---|---|
| ইম্পিৰিয়েল বেঙ্ক, ডিব্ৰুগড়—(নৱদেৱ ন্যাস সমিতি) | ৫০০০৲ |
| পোষ্টেল চাৰ্টিফিকেট—(আজীৱন সভ্যৰ পুঁজি) | ৫০০০৲ |
| গুৱাহাটী বেঙ্ক, জেনেৰেল— | ১০৬৪॥০ |
| গুৱাহাটী বেঙ্ক—(আজীৱন সভ্যৰ পুঁজি) | ১০২৮৴০ |
| যোৰহাট পোষ্ট অফিচ—(নৱদেৱ পুঁজিৰ সুত) | ৩৬৪৴০ |
| যোৰহাট পোষ্ট অফিচ—(কমলা দেৱীৰ পুঁজি) | ১১১১৶১০ |
| এপেক্স বেঙ্ক, যোৰহাট—(কমলা দেৱীৰ পুঁজি) | ২০০০৲ |
| এপেক্স বেঙ্ক, যোৰহাট—(চন্দ্ৰকান্ত সোঁৱৰণী পুঁজি) | ১৫৫০৲ |

খৰচ—

(১) কৰ্ম্মচাৰীৰ দৰ্মহা :—

| | |
|---|---|
| কেৰাণী, মাহে ৪০৲ হিং— | ৪৮০৲ |
| পুথি ভৰালী, মাহে ৪০৲ হিং — | ৪৮০৲ |
| চকীদাৰ মাহে ৪৫৲ হিং— | ৫৪০৲ |
| অস্থায়ী চকীদাৰ— | ৪০৲ |
| (২) গুৱাহাটী কাৰ্য্যালয়ৰ কেৰেয়া, মাহে ২৫৲ হিং— | ৩০০৲ |
| (৩) পুৰস্কাৰ— | ৫০০৲ |
| (৪) পুথি ভৰাল— | ২৫০৲ |
| (৫) অনুদান ( সন্দিকৈ স্মৃতি ভৰাললৈ ) | ৫০০৲ |
| (৬) জাননী— | ১০০৲ |
| (৭) ফুলনি— | ২৫০৲ |
| (৮) সন্দিকৈ পুঁজিৰ জলপান— | ৫০৲ |
| (৯) সাধাৰণ ছাপা খৰচ— | ৩০০৲ |
| (১০) পুথি প্ৰকাশ— | ৫৭৮৫৲ |
| (১১) মিউনিচিপাল টেক্স— | ৯২৲ |
| (১২) নাটৰ খাজানা— | ৫৭৲ |
| (১৩) ভ্ৰমণ খৰচ— | ১৫০০৲ |
| (১৪ সংগঠন— | ১০০০৲ |
| (১৫) পত্ৰিকা— | ৩০০০৲ |
| (১৫) প্ৰতীক— | ১০০৲ |
| (১৭) বিবিধ— | ২১৩॥৵৬ |
| (১৮) স্মাৰক পত্ৰ— | ৩০০৲ |
| (১৯) কাৰ্য্যালয়ৰ খৰচ :— | |
| কাগজ, চিয়াহী, ডাক, টিকিট আদিৰ বাবে— | ৪০০৲ |
| (২০) কাছাৰ আদিৰ সাহায্য— | ৫০০৲ |
| | মুঠ—১৬,৮৩৭॥৵৬ |



এই বাজেটলৈ চকু ফুৰালেই আপোনালোকে সাহিত্য সভাৰ ক'ত কিমান টকা জমা আছে আৰু কিমান টকা কেনেকৈ খৰচ কৰিবলৈ বিচৰা হৈছে তাৰ এটা থূলমূল আভাস পাব। ১৯৫৪ চনৰ ৩১ মাৰ্চ্চলৈকে চৰকাৰী পৰীক্ষকে হিচাপ পৰীক্ষা কৰিছিল। তাৰ পিচত হিচাপ পৰীক্ষক অহা নাই। আমি এই বিষয়ে চৰকাৰৰ লগত লিখালিখি চলাইছো আৰু আমাৰ দিনৰ সকলো হিচাপ পত্ৰ পৰীক্ষা কৰিবলৈ অনুৰোধ জনাইছোঁ।* এই খিনিতে এটা সুখৰ কথা জনাব খোজোঁ যে এই বছৰৰ ভিতৰত বিভিন্ন বেঙ্কৰ অসম সাহিত্য-সভাৰ লুপ্ত হব লগীয়া টকা প্ৰায় আটাই খিনি ঘূৰি আহিছে। কমলা দেৱীৰ ন্যাস সমিতিৰ মূল দুহেজাৰ টকা আৰু "চন্দ্ৰকান্ত এন্দুৰেন চেৰিমনি ফাণ্ড"ৰ পোন্ধৰশ পঞ্চাশ টকা যথা-ক্ৰমে যোৰহাটৰ টাউন কো-অপাৰেটিভ বেঙ্ক আৰু যোৰহাট কো-অপাৰেটিভ চেণ্ট্ৰেল বেঙ্কত জমা আছিল। বেঙ্ক দুটা অচল হোৱাত সেই টকাও বিলুপ্ত হৈছিল। বৰ্ত্তমান কমলা দেৱী ন্যাস সমিতিৰ ১৮০০৲ টকা আৰু চন্দ্ৰকান্ত এন্দুৰেন চেৰিমনি ফাণ্ডৰ ১৫৫০৲ টকা ঘূৰাই পোৱা হৈছে। কাৰ্য্যনিৰ্ব্বাহক সভাৰ অনুমতি লৈ বিশেষ কাৰণত সেই টকা যোৰহাটৰ এপেক্স বেঙ্কত জমা থোৱা হৈছে। কমলাদেৱী পুঁজিত মূল সভাৰ পৰা ২০০৲ টকা জমা দি আগৰ দৰে দুহেজাৰ কৰি জমা ৰখা হৈছে। গুৱাহাটী বেঙ্কত আটক হৈ থকা ড্ৰাফ্ট এথনৰ দহ হেজাৰ [টকা] এই বছৰ পোৱা হৈছে। এই টকাৰ পাঁচ হেজাৰ শ্বিলঙৰ ইম্পিৰিয়েল বেঙ্কত আৰু পাঁচ হেজাৰ ডাকঘৰৰ

* সম্প্ৰতি ৩১-৩-৫৬ লৈ চৰকাৰী পৰীক্ষকে হিচাপ পৰীক্ষা কৰি গৈছে। —সম্পাদক

চাৰ্টিফিকেট কিনি আজীৱন সভাৰ সঞ্চিতত দহ হেজাৰৰ পুঁজি হিচাপে নিৰাপদ অৱস্থাত থোৱা হৈছে। গুৱাহাটী বেংকত থকা হিচাপ দুটাৰো কিস্তি মতে টকা পোৱা হৈছে। এই বছৰ যোৱা বছৰৰ নিচিনাকৈ চৰকাৰে বছেৰেকীয়া ছয় হেজাৰ টকা অনুদান দিছে। সম্প্ৰতি এই টকা বৃদ্ধি নকৰিলেও ভাল কাম কৰি দেখুৱাব পাৰিলে আগলৈ এই মঞ্জুৰী বৃদ্ধি হব বুলি আমি আশা কৰিছো। বৰপেটাৰ শ্ৰীযুত অনন্তৰাম দাসে প্ৰতি-মাহে ৫৲ টকাকৈ এতিয়ালৈকে ৬০৲ টকা আৰু সোণাৰীৰ শ্ৰীযুত নীলকান্ত বৰুৱাই এতিয়ালৈকে ২৫৲ টকা কাছাৰত সাহায্যৰ বাবে দান কৰিছে। আন প্ৰতিশ্ৰুত টকা পোৱা হোৱা নাই। এই বছৰ নতুনকৈ আজীৱন সভ্য হোৱা নাই। সাহিত্য সভাৰ ভাল সংগঠক থাকিলে আৰু কাৰ্য্যনিৰ্ব্বাহক সভাৰ সভ্য-সকলে নিজ নিজ ঠাইত চেষ্টা কৰিলে আজীৱন সভ্য কৰাটো টান কথা নহয় বুলি কব পাৰি। বাৰেবুৰি কামৰ মাজত মূৰ দাঙিব নোৱাৰাৰ বাবে আমি নিজেও এই বিষয়ত অগ্ৰসৰ হব পৰা নাই। এই খিনিতে এটা আমোদজনক ঘটনা উল্লেখ কৰিব খোজোঁ। শিলঙত বহা সাহিত্য সভাৰ অভ্যৰ্থনা সমিতিৰ হাজাৰ দিয়েক টকা ৰাহি হৈছিল। সেই ৰাহি টকাৰ পৰা বৈজ্ঞানিক প্ৰবন্ধখিনি আৰু শিলঙৰ অভিভাষণবোৰ ছপাই উলিয়াবলৈ তাৰে এহেজাৰ টকা খুজি আমি আবেদন জনাইছিলো। তাৰ কোনো উত্তৰ ইমান দিনে পোৱা হোৱা নাছিল। শেহত সেই অভ্যৰ্থনা সমিতিৰ ৰাহি হোৱা টকা খিনি ভগাই দিয়া তালিকা এটি কাকতত প্ৰকাশ হোৱা দেখা গল। সেই তালিকামতে অসম সাহিত্য সভায়ো ৫০০৲ টকা পালে। আমি ততালিকে শিলঙলৈ চিঠি লিখি উত্তৰত জানিব পাৰিলো যে



সাহিত্য সভাই নতুনকৈ একো টকা নাপায়। প্ৰাক্তন সম্পাদক শ্ৰীযুত কেশৱনাৰায়ণ দত্তই অভ্যৰ্থনা সমিতিৰ পৰা ধাৰলৈ লোৱা ৫০০৲ টকাহে এই দানত মাৰি দিয়া হৈছে। কাকতত ওলোৱা বাতৰি মতে এই টকা বৰ্ত্তমানে আমালৈ আহিছে বুলি ভুল ধাৰণা জন্মাৰ সম্ভাৱনা থকাতহে এই কথা খিনি আপোনালোকৰ আগত উল্লেখ কৰিব লগীয়া হল।

## প্ৰতিবেদন-প্ৰসঙ্গ

যোৱা শিলং অধিবেশনত সম্পাদকীয় প্ৰতিবেদন পৰীক্ষাৰ বাবে এটা সমিতি পাতি দিয়া হৈছিল। প্ৰাক্তন সম্পাদক শ্ৰীদত্ত দেৱৰ পৰা প্ৰতিবেদনখনি নোপোৱাত সমিতিয়ে সেই কাম কৰিব নোৱাৰিলে যদিও সেই কালছোৱাৰ অডিট ৰিপ’ৰ্ট আৰু আন প্ৰাসঙ্গিক কাগজ পত্ৰকে পৰীক্ষা কৰি মতামত দিবলৈ কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে সেই উপ-সমিতিক ভাৰ দিছিল। উপ-সমিতিয়ে কেইবাটাও বৈঠক পাতে। শেষত যোৰহাটত সকলো কাকত-পত্ৰ পৰীক্ষা কৰি চাই মতামত দিবলৈ এটা সৰু কমিটী পাতি দিয়ে। সেই সমিতিয়ে বহু পৰিশ্ৰম কৰি আৰু পুৰণি কাকত-পত্ৰ খুচৰি চাই এটা দীঘলীয়া টোকা আমাৰ হাতত দিছিল। সেই টোকাটো আমি যোৱা ২৪।১০।৫৫ তাৰিখে কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ আগত উত্থাপন কৰাত পুনৰ তাক মূল প্ৰতিবেদন সমিতিৰ ওচৰলৈ পঠোৱাকে সিদ্ধান্ত গ্ৰহণ কৰা হয়। গতিকে সেই বিষয়ৰ এতিয়াও শেষ মীমাংসা হোৱা নাই এথোন। অলপতে প্ৰতিবেদন উপ-সমিতিয়ে যথোচিত সিদ্ধান্ত লব পাৰিব বুলি আশা কৰা হৈছে।

## শাখা সভাৰ কাৰ্য্যাৱলী

সুখৰ বিষয় এই বছৰ অসম সাহিত্য সভাৰ শাখা সভাৰ সংখ্যা আশানুৰূপ ভাবে বাঢ়িছে। সুদূৰ মণিপুৰ আৰু কহিমাতো শাখা সভা স্থাপন হৈছে। বৰ্ত্তমানে শাখা সভা আৰু স্বীকৃত সভাৰ সংখ্যা ৭৮ খন। এই বছৰৰ নতুন সভাবিলাকৰ নাম তলত দিয়া হল। উত্তৰ লক্ষীমপুৰ সাহিত্য সভা, কালুগাওঁ সাহিত্য-সভা, ঝাঁজী সাহিত্য সভা, নিতাইপুখুৰী সাহিত্য সভা, টীয়ক সাহিত্য সভা, দেৰগাওঁ সাহিত্য সভা, নলবাৰী সাহিত্য সমাজ, ৰংজুলী সাহিত্য সভা, ঢুধনৈ সাহিত্য সভা, হাইলাকান্দি সাহিত্য সভা, মাজুলী সাহিত্য সভা, হাজো আঞ্চলিক সাহিত্য সভা, ধুপধৰা সাহিত্য সভা, বেবেজীয়া সাহিত্য সভা, কহিমা সাহিত্য সভা, মণিপুৰ অসমীয়া সাহিত্য সভা, ধিং সাহিত্য সভা, গুৰণিগুদাম সাহিত্য সভা, জ্যোতি সাহিত্য সভা, শুৱালকুছি, হাতীচোং সাহিত্য সভা, চাৰিগাওঁ সাহিত্য সভা, বিহপুৰীয়া সাহিত্য সভা, টংলা সাহিত্য সভা, বেৰেংগা অসম সাহিত্য সভা (স্বীকৃত), শালগঙ্গাৰপাৰ অসম সাহিত্য সভা (স্বীকৃত), তেজপুৰ অ, ভা, উ, সা, সভা (স্বীকৃত) নবলেখক সঙ্ঘ, শিৱসাগৰ (স্বীকৃত), বেতবাৰী সাহিত্য সভা (স্বীকৃত), নমাটি অধ্যয়ন চক্ৰ, নাজিৰা (স্বীকৃত), চাপৰ সাহিত্য সভা, (স্বীকৃত)। এই শাখাবোৰৰ পৰা মূল সভাৰ পুঁজিলৈ বছৰেকীয়া বৰঙণি স্বৰূপেই ২০০৲ টকা পোৱা হৈছে। অসম সাহিত্য সভাৰ জীৱনত শাখা সভা আৰু সভ্যৰ সংখ্যাই এই বছৰেই এতিয়ালৈকে সৰ্ব্বোচ্চ স্থান লাভ কৰিছে বুলি আমি কব পাৰোঁ। এই সভাবিলাকৰ উদ্যম-উদ্যোগ আৰু কাৰ্য্যতৎপৰতা বৃদ্ধি হোৱাটোও আন এটা শুভ লক্ষণ। বাতৰি কাকতৰ যোগেদি এই বিষয়ে আপোনালোকে গম পাইছে।



বেছি ভাগ শাখা সভাৰে কাৰ্য্যাৱলী সাহিত্য সভা পত্ৰিকাত প্ৰকাশ কৰা হৈছে। মুঠতে ইয়ানকে কব পাৰি যে আগতকৈ আমাৰ শাখা সভাবিলাক বেছি জীৱন্ত আৰু কাৰ্য্যকৰী হৈ উঠিছে। প্ৰায়বিলাক শাখা সভাই জাকজমককৈ বছৰেকীয়া অধিবেশন, অধ্যয়ন চক্ৰ, সোঁৱৰণী সভা আদি পতাৰ বতৰা পোৱা গৈছে। প্ৰবীণ সাহিত্যিকসকলক এই সভাবোৰে মানপত্ৰ প্ৰদান কৰাটো সন্তোষৰ কথা হৈছে। যোৱা বছৰ ছয় গৰাকী প্ৰধান সাহিত্যিকক সবিতা সভাই সম্বৰ্দ্ধনা জনাইছিল। এখন কবি সম্মিলন পাতি এই সভাই গুৱাহাটীৰ প্ৰবীণ আৰু নবীন কবিসকলক সম্মিলিত কৰিছিল। এই বছৰ ৰংপুৰ সাহিত্য সভাই বয়োবৃদ্ধ কবি সাহিত্যিক শ্ৰীযুত পদ্মধৰ চলিহাদেৱক আৰু যোৰহাট সাহিত্য সভাই শ্ৰীযুত ৰাধানাথ ফুকন, শ্ৰীযুত দেবানন্দ ভৰালী. আৰু সাহিত্যৰত্ন শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা এই তিনি গৰাকী বয়োবৃদ্ধ সাহিত্যিকক সম্বৰ্দ্ধনা জনাইছে। আমাৰ সকলো শাখা সভাই এইদৰে স্থানীয় বয়োবৃদ্ধ সাহিত্যিকসকলক সম্বৰ্দ্ধনা জনাই তেখেতসকলৰ আশীৰ্ব্বাদ লৈ সেই আদৰ্শৰে অনুপ্ৰাণিত হব লাগে। বৰ্ত্তমানে এই সভাবোৰৰ বেছি ভাগৰে নিজা কাৰ্য্যালয় নাই। ভেৰোণীয়া ঘৰ বা সম্পাদকৰ ঘৰত কাৰ্য্যালয় পাতি জোৰা টাপলি মাৰি কাম চলাব লগীয়া হোৱাত বহু অসুবিধা হয় আৰু সভা-বোৰৰ শৌষ্ঠবো কমে। প্ৰত্যেক শাখা সভাই নিজা মাটি ঘৰ কৰি তাত কাৰ্য্যালয় পাতি নিজ নিজ ঠাইত অসম সাহিত্য সভাৰ নাম উজ্জ্বল কৰি ৰাখিবলৈ যত্নপৰ হয় যেন। শিলচৰ সাহিত্য সভা, কহিমা সাহিত্য সভাৰ এনে কাৰ্য্যালয় আছে। এই বছৰ এই বিষয়ত ৰংপুৰ সাহিত্য সভা, তিনচুকীয়া সাহিত্য সভা, নগাওঁ সাহিত্য সভা, হাইলাকান্দি সাহিত্য সভাই আগ

বাঢ়িব খোজা দেখি আমি সন্তোষ পাইছো। এই বছৰৰ ভিতৰত গুৱাহাটী সবিতা সভাই সংবাদ সেৱী কালীৰাম বৰুৱা আৰু সত্যনাথ বৰা ডাঙৰীয়াৰ জীৱন চৰিত জীৱনীমালা, উত্তৰ গুৱাহাটী সাহিত্য সভাই প্ৰত্নতাত্ত্বিক পণ্ডিত সোণাৰাম চৌধুৰী দেৱৰ জীৱনী, ৰংপুৰ সাহিত্য সভাই অসমীয়া সাহিত্যলৈ ৰংপুৰৰ বৰঙণি আৰু যোৰহাট সাহিত্য সভাই এখনি প্ৰৱন্ধমালা ছপাই উলিয়াইছে। কেইখনমান সাহিত্য সভাই নিজাকৈ আলোচনী ছপাবলৈ যো-জা কৰিছে। গুৱাহাটী সংস্কৃতি সংঘই প্ৰবাহ নামেৰে এখনি আলোচনী উলিয়াই আছে। এইবোৰ শাখা সভাৰ আমি শলাগ লৈছো আৰু তেওঁলোকৰ কৃতকাৰ্য্যতা কামনা কৰিছোঁ।

গুৱাহাটীৰ আন এখন শাখা ৰিহাবাৰী কৃষ্টি সংঘই নতুন দিল্লীলৈ গৈ তাত অলপতে পতা আন্তঃৰাষ্ট্ৰীয় প্ৰদৰ্শনীত যোগদান কৰি অসমীয়া সংস্কৃতিমূলক বস্তুৰ প্ৰদৰ্শন কৰি সুনাম আৰ্জ্জি আহিছে। এনেদৰে আমাৰ শাখাবোৰৰ যেয়ে যেনেকৈ পাৰে তেনেকৈ নিজ ক্ষেত্ৰত আগবাঢ়িবলৈ যত্ন কৰাটো সদৌ অসম সাহিত্য সভাৰ পক্ষে গৌৰৱৰ কথা।

## ৰাজ্য পুনৰ গঠন আয়োগ

এই বছৰ অসম সাহিত্য সভাই কৰা লেখত লব লগীয়া কামৰ ভিতৰত ৰাজ্য পুনৰ গঠন আয়োগৰ আগত স্মাৰক-পত্ৰ প্ৰদান আৰু সাক্ষ্য প্ৰদানক আগ ঠাই দিব পাৰি। অসমৰ সীমাৰ সাল-সলনিত আৰু টনা আজোৰা সম্পৰ্কত দেশৰ বা-বতাহ তপত হৈ উঠিছিল। ৰাজনীতিৰ ফালৰ পৰা নহলেও ভাষা আৰু সংস্কৃতিৰ ফালৰ পৰা অসম সাহিত্য সভাই আয়োগৰ আগত নিজৰ বক্তব্য উত্থাপন কৰাটো উচিত বুলি বিবেচনা কৰি এটা



সঁজাতি দল গঠন কৰি দিছিল। ডক্টৰ শ্ৰীযুত সত্যেন্দ্ৰনাথ শৰ্ম্মা আৰু ডক্টৰ শ্ৰীযুত মহেশ্বৰ নেওগদেৱে অলপ কেইদিন মানৰ ভিতৰতে এখনি সুচিন্তিত ইংৰাজী স্মাৰক-পত্ৰ ৰচনা কৰি দি আমাক সহায় কৰিছিল। সেই স্মাৰক-পত্ৰ পুস্তিকাৰ আকাৰত ছপা কৰাৰ উপৰিও অসম সাহিত্য সভা পত্ৰিকাত ওপৰঞ্চি হিচাপে যোগ দিয়া হৈছিল। অশেষ পৰিশ্ৰম কৰি এই পুস্তিকা প্ৰণয়ন কৰাৰ বাবে ডক্টৰ শৰ্ম্মা আৰু ডক্টৰ নেওগ আমাৰ শলাগৰ পাত্ৰ। সঁজাতি দলৰ গুৰি ধৰিছিল আমাৰ সভানেত্ৰী শ্ৰীযুতা নলিনীবালা দেৱীয়ে। এই সীমা নিৰ্দ্ধাৰণ প্ৰসঙ্গৰ ফলাফল সম্প্ৰতি প্ৰকাশ হৈছে। গতিকে সেই বিষয়ে মই দোহাৰিব নোখোজো। মুঠতে অসম সাহিত্য সভাই অসমৰ পূৰ্ব্বৰ সীমা অটুট থকাৰ বাবে আনন্দ পাইছে যদিও পুৰণি অসমৰ কলা কৃষ্টি আৰু সাহিত্যৰ কেন্দ্ৰ কোচবিহাৰ হেৰুৱাই ব্যথা অনুভৱ নকৰাকৈ থকা নাই। উত্তৰ পূৰ্ব্ব সীমান্ত অঞ্চলৰ লগতো উত্তৰ পূৰ্ব্ব সীমান্ত অঞ্চল আৰু অসমৰ মাজত থকা দুৰ্ভেদ্য প্ৰাচীৰ উঠি যোৱাটোও অসম সাহিত্য সভাই কামনা কৰে।

## চৰকাৰী ভাষা আয়োগ

এই বছৰ চৰকাৰী ভাষা আয়োগ নামেৰে গঠিত হোৱা সৰ্ব্বভাৰতীয় আয়োগৰ আগত সাক্ষ্যদান দিবলৈ অসম সাহিত্য সভায়ো সুবিধা পাইছিল। সেই সুবিধা গ্ৰহণ কৰি অসম সাহিত্য সভাৰ প্ৰতিনিধিত্ব কৰিবলৈ ডক্টৰ শ্ৰীযুত সত্যেন্দ্ৰনাথ শৰ্ম্মাক শিলঙলৈ পঠোৱা হয়। ভাষা আয়োগৰ আগত ডক্টৰ শৰ্ম্মা দেৱৰ দ্বাৰা ৩০ নবেম্বৰত সাক্ষ্যদান প্ৰসঙ্গত তলত উল্লেখ কৰা কথাখিনি ব্যক্ত কৰা হয়।

১। সংবিধান অনুসৰি ১৯৬৫ চনৰ পৰা সৰ্ব্বভাৰতীয় শাসন সম্পৰ্কীয় সকলো কথা হিন্দী ভাষাৰ যোগেদি হব লাগে নে নেলাগে সেই সম্পৰ্কে প্ৰশ্ন কৰাত কোৱা হয় যে অন্ততঃ ১৯৭০ চনলৈকে ইংৰাজীয়েই মাধ্যম হৈ থকা উচিত।
ইতিমধ্যে অহিন্দী ভাষাভাষী অঞ্চলসমূহত হিন্দী শিক্ষাৰ সুবিধা বৃদ্ধি কৰি দিব লাগে বুলি সাক্ষ্যদান প্ৰসঙ্গত কোৱা হয়।

২। হিন্দীলিপি আৰু ব্যাকৰণ সহজ কৰি দিবলৈ অনুৰোধ কৰা হয়। হিন্দী ভাষাত থকা লিঙ্গ সম্পৰ্কীয় জটিলতা আঁতৰ কৰি সহজ কৰি দিয়া উচিত বুলি মত প্ৰকাশ কৰা হয়।

৩। সৰ্ব্বভাৰতীয় পৰীক্ষাৰ মাধ্যম বৰ্ত্তমান ইংৰাজীয়েই থকা উচিত বুলি মত প্ৰকাশ কৰা হয়। ১৯৭০ চনৰ পাচত হিন্দীক মাধ্যম কৰিলেও অহিন্দী ভাষাভাষী অঞ্চলৰ পৰীক্ষাৰ্থীসকলৰ সুবিধাৰ কাৰণে হিন্দীভাষী পৰিক্ষাৰ্থীসকলে অন্য এটা ভাৰতীয় ভাষাত পৰীক্ষা দিয়াৰ বাধ্যকতামূলক চৰ্ত্ত থকা উচিত বুলি কোৱা হয়।

৪। বৈকল্পিক ( Oftional ) ভাষা স্বৰূপে ইংৰাজীক ৰখা উচিত। ভাৰতৰ বাহিৰৰ বিশেষকৈ পাশ্চাত্য দেশসমূহৰ লগত সম্বন্ধ ৰাখিবলৈ আৰু জগতৰ সাহিত্যিক আৰু বৈজ্ঞানিক উন্নতিৰ লগত আমাৰ পৰিচয় আৰু সম্বন্ধ ৰাখিবলৈ ইংৰাজীৰ প্ৰয়োজন, সেই কাৰণে ইংৰাজী শিক্ষাৰ ওপৰত গুৰুত্ব কমাই আনিলেও সম্পূৰ্ণ বহিষ্কাৰ কৰা সমীচীন নহব বুলি মত প্ৰকাশ কৰা হয়।

৫। বিশ্ববিদ্যালয়ৰ মাধ্যম বৰ্ত্তমান ইংৰাজী থকাই উচিত বুলি মত প্ৰকাশ কৰা হয়।

৬। অসমৰ নেফাক লৈ শাসন সম্পৰ্কীয় সকলো কথা আঞ্চলিক ভাষাৰ যোগেদি হোৱা উচিত বুলি মত প্ৰকাশ কৰা হয়।



## অসম সাহিত্য-সভা পত্ৰিকা

যোৱা বছৰ অধ্যাপক শ্ৰীযুত ৰজনীকান্ত দেৱ শৰ্ম্মাদেৱৰ সম্পাদিত পত্ৰিকাৰ এটা সংখ্যা ওলাবলৈ বাকী আছিল। এই বছৰ পোনতে কাৰ্য্যনিৰ্ব্বাহক সভাৰ সিদ্ধান্ত অনুসৰি অধ্যাপক শৰ্ম্মাৰ সম্পাদনতে সেই সংখ্যাটো সম্পাদিত হৈ ওলায়। সেই বছৰত পত্ৰিকাত আমাৰ হাতৰ পৰা খৰচ হৈছিল ৩,৪৪৫৷৷/৯ পাই আৰু গ্ৰাহকসকলৰ পৰা বৰঙণিৰ বাবদ পোৱা হৈছিল ১,৫৪৬৸০ অনা। এই বছৰ ১ম সংখ্যা শ্ৰীযুত প্ৰেমধৰ ৰাজখোৱা দেৱৰ সম্পাদনত ওলাই গৈছে। সময় কম হোৱাৰ কাৰণে ২য় আৰু ৩য় সংখ্যা একেলগে উলিয়াবলৈ স্থিৰ কৰা হয়। বৰ্ত্তমানে এই দুই সংখ্যা ওলাইছে। গ্ৰাহকসকলৰ যাতে অতিৰিক্ত ভৰণি নহয় সেইবাবে বছেৰেকীয়া বৰঙণি এটকাকৈ কমাই দিয়া হৈছে। এইবাৰ পত্ৰিকা প্ৰকাশত প্ৰধান সম্পাদক আৰু পত্ৰিকাৰ সম্পাদক বেলেগ ঠাইত থকাৰ বাবে যোৱা বছৰৰ নিচিনাকৈ দুয়োজনেই যোগাযোগ ৰাখি কাম কৰাটো সম্ভৱপৰ হৈ উঠা নাই। পত্ৰিকাৰ পৰিচালনাৰ ভাৰো আমাৰ যোৰহাট কাৰ্য্যালয়লৈ গৈছে। গতিকে ছপোৱাৰ ছাপাখানা আদিৰ যাৱতীয় কাম পত্ৰিকাৰ সম্পাদকৰ যোগেদি আৰু পৰিচালনাৰ কাম যোৰহাট কাৰ্য্যালয়ৰ সম্পাদক শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামীদেৱৰ হাতেদি হৈছে। আমি ইয়াৰ পৰা খৰচৰ টকা পঠোৱাৰ বাহিৰে আন একো বিশেষ কাম কৰিব পৰা নাই। তদুপৰি পত্ৰিকাৰ গ্ৰাহক সম্পৰ্কত শাখা সভাবিলাকৰো কৰ্ত্তব্য আছে। প্ৰতিখন শাখা সভাই যদি নিজ নিজ ঠাইৰ পৰা কিছু সংখ্যক ধন দিয়া গ্ৰাহক গোটাই নিদিয়ে তেন্তে পত্ৰিকা প্ৰকাশ কৰি প্ৰতিবছৰে সাহিত্য সভাই মূল

পুঁজিৰ এটা বুজন অংশ লোকচান স্বৰূপে ভৰিবলৈ সাজু হব লাগিব। মূল পুঁজিৰ আৰ্থিক গৰাখহনীয়াৰ পৰা মুক্ত হবলৈ আপোনালোক যত্নৱান হওক।

## কাব্য ভাৰতী উপাধি প্ৰদান

"ফুলৰ শৰাই" আৰু "প্ৰাণৰ পৰশ" ৰচয়িত্ৰী স্বনামধন্যা কবি শ্ৰীযুতা ধৰ্ম্মেশ্বৰী দেৱী বৰুৱানীক অসম সাহিত্য সভাৰ পৰা এটা সন্মানসূচক উপাধি দিব লাগে বুলি এটা প্ৰস্তাৱ যোৱা বছৰ গৃহীত হৈছিল। এই প্ৰস্তাৱ অনুসৰি আমাৰ কাৰ্য্য-নিৰ্ব্বাহক সমিতিয়ে শ্ৰীযুতা দেৱী বৰুৱানীক কাব্য ভাৰতী উপাধিৰে বিভূষিতা কৰিছে। অসম সাহিত্য সভাৰ বুৰঞ্জীত এনেভাৱে উপাধি প্ৰদান এয়ে প্ৰথম। অৱশ্যে ইয়াৰ আগতো সভাপতিৰ আসনৰ পৰা জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে লক্ষ্মীনাথ বেজবৰুৱাদেৱক ৰসৰাজ আখ্যা দিছিল। সি যি নহওক এই উপাধি নতশিৰে গ্ৰহণ কৰি দেৱী বৰুৱানীয়ে আমাক জনাইছে—"মোৰ জীৱনৰ সন্ধিয়া পৰত বেলি বুৰো বুৰো সময়ত 'কাব্য-ভাৰতী" উপাধি লাভ কৰিব পাই পৰম সন্তোষ পালো। বোপা, ইয়াত মোৰ নিজা কৃতিত্ব একো নাই বুলি ভাবিছোঁ। মাথোন ই ভগৱানৰ আশীৰ্ব্বাদ নিৰ্ম্মালি আৰু তোমালোকৰ মৰমৰ দান আৰু ৰাইজৰ শ্ৰদ্ধা বুলি আগ্ৰহেৰে শিৰত তুলি লৈছো। ভগৱানৰ চৰণত প্ৰাৰ্থনা কৰো কগ্ন ক্লান্ত দেহেৰে যেন তোমা-লোকৰ মৰমৰ দান বহন কৰিব পাৰোঁ।"

এই উপাধি প্ৰদানৰ পিচতে আমাৰ ৰাজ্য চৰকাৰেও অসম সাহিত্য সভাৰ পৰামৰ্শ অনুসৰি শ্ৰীযুতা ধৰ্ম্মেশ্বৰী দেৱী বৰুৱানীক চৰকাৰী পেঞ্চন দি সন্মানিতা কৰিছে। এই খিনিতে ৰাজ্য



চৰকাৰৰ সুবিবেচনাৰো আমি শলাগ লৈছোঁ। আৰু লগতে আগলৈ এনে পেঞ্চনৰ নিৰিখ আৰু সংখ্যা বৃদ্ধি হব বুলিও আশা কৰিছোঁ।

## সাহিত্য-সভাৰ বঁটা

এই বছৰ আমাৰ সভাৰ পৰা আনন্দৰাম ঢেকিয়াল ফুকন বঁটা, হেমচন্দ্ৰ বৰুৱা বঁটা, আনন্দৰাম বৰুৱা বঁটা আৰু গুণাভিৰাম বৰুৱা বঁটা নামেৰে চাৰিটা দুশ টকীয়া বঁটা ঘোষণা কৰা হৈছে। এই বঁটা বৰ্ত্তমান অসমীয়া বছৰটোৰ ভিতৰত ছপা হোৱা উপযুক্ত কিতাপৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ নাটক, উপন্যাস, চুটি গল্প আৰু চিন্তাশীল প্ৰবন্ধ লিখকক দিয়া হব।

দুবছৰ মান আগতে এখন উৎকৃষ্ট জনজাতীয় গ্ৰন্থৰ বাবে পাঁচশ টকীয়া পুৰস্কাৰ এটা ঘোষণা কৰা হৈছিল। সম্প্ৰতি পৰীক্ষকসকলৰ সৰ্ব্বসন্মতিসূচক সিদ্ধান্ত অনুসৰি শ্বিলঙৰ শ্ৰীযুত ফণীধৰ শৰ্ম্মাদেৱক তেওঁ লিখা অসমৰ পৰ্ব্বতীয়া জনজাতি নামৰ ডাঙৰ গ্ৰন্থ এখনিৰ বাবে এই বঁটা দিবলৈ স্থিৰ কৰা হৈছে। পৰীক্ষকসকল আছিল ডক্টৰ শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা, শ্ৰীযুত ৰূপনাথ ব্ৰহ্ম, অধ্যাপক শ্ৰীযুত মাধৱ গোস্বামী আৰু শ্ৰীমান প্ৰফুল্ল গোস্বামী। পৰীক্ষকসকলে ইয়াকো জনাইছে বোলে কিতাপখন ছপা কৰিবৰ আগতে দুনাই ভুল-চুক পৰীক্ষা কৰাৰ আৱশ্যক হব। এই গ্ৰন্থখনিৰ সম্পৰ্কে পৰীক্ষকসকলৰ কথাতে হয়তৰ দি আমি কব পাৰো যে এই গ্ৰন্থ লিখোতে শৰ্ম্মাদেৱে যথেষ্ট পৰিশ্ৰম কৰিছে আৰু লিখাৰ ধৰণো ভাল হৈছে। আৱশ্যকীয় সংশোধনৰ পিচত ছপাই উলিয়ালে এই গ্ৰন্থ যে আমাৰ সাহিত্যৰ অমূল্য সম্পদ হব অকল সেয়ে নহয় আমাৰ জাতীয় সংগঠনতো ই সহায়ক হব।

## কাছাৰত অসমীয়া সাহিত্য

কাছাৰ জিলাত অসমীয়া সাহিত্য প্ৰচাৰ সম্পৰ্কে অসম সাহিত্য সভাই চেষ্টা কৰি আহিছে যদিও ৰাজ্য চৰকাৰৰ সক্ৰিয় সহযোগ নেপালে আৰু এই উদ্দেশ্যে অসম সাহিত্য সভাই খৰচ কৰিবলৈ হাতত এটা শকত ধনৰ পুঁজি নেথাকিলে কৃতকাৰ্য্যতা লাভ কৰা টান। কাছাৰত আৰু পৰ্ব্বতীয়া অঞ্চলত অসমীয়া ভাষা প্ৰচাৰ কৰিবলৈ হলে শিক্ষালয়, শিক্ষক, কিতাপ আদিৰ সমস্যা আগেয়ে সমাধান কৰিব লাগিব। ঐকান্তিক সেৱাৰ ভাবেৰে অনুপ্ৰাণিত হৈ প্ৰত্যেকজন কৰ্ম্মীয়ে আগবঢ়াটো বাঞ্ছনীয়। শিলচৰত শিক্ষকৰ কাম কৰিবলৈ আমাৰ হাতলৈ বহুতো দৰ্খাস্ত আহিছিল। দুখৰ বিষয় সেই প্ৰাৰ্থীসকলৰ ভিতৰত বহুতৰে প্ৰয়োজনীয় যোগ্যতা নাছিল। তাৰে ভিতৰৰ পৰা বাছি প্ৰথমতে নৃত্য-বাদ্য বিশাৰদ বুলি পৰিচয় দিয়া এজনক শিলচৰত কাম কৰিবলৈ খৰচ দি পঠোৱা হৈছিল। দুখৰ বিষয় কেইদিনমান কাম কৰিয়েই তেওঁ ঘৰমুৱা হল। তাৰ পিচত গোৱালপাৰাৰ পৰা আন এজনক পঠোৱা হল। তেৰেঁা একে পন্থ'কে অনুসৰণ কৰি ঘৰৰ লৰা ঘৰলৈ উলটি আহিল। আমাৰ সহকাৰী সম্পাদক শ্ৰীযুত যতীন গোস্বামীয়ে যোৱা জহৰ বন্ধত কাছাৰ অঞ্চলত পৰিভ্ৰমণ কৰি বুগুত কৰা টোকাৰ পৰা সেই অঞ্চলৰ কিছু আভাস পোৱা যায়।

শিলচৰ সাহিত্য সভাৰ সম্পাদক কবিৰাজ শ্ৰীযুত হৰেশচন্দ্ৰ ভট্টাচাৰ্য্য। এই সভাই সাত হেজাৰ টকা খৰচ কৰি সাহিত্য সভাৰ কাৰ্য্যালয়, কৰ্ম্মচাৰী থকা ঘৰ আদি নিৰ্ম্মাণ কৰিছে। তাৰ চৰকাৰী অসমীয়া চাকৰিয়ালসকলে নিজৰ দৰ্মহাৰ পৰা শতকৰা দহ টকা কৰ্ত্তন কৰি এই ভৱন নিৰ্ম্মাণত বৰঙণি যোগাইছিল। শিলচৰ সাহিত্য সভাই প্ৰকৃত সাহিত্য চৰ্চ্চাত



বিশেষ মন দিব পৰা নাই যদিও অসমীয়া ভাষা আৰু সাহিত্য প্ৰচাৰত যথেষ্ট সহায় কৰিছে। এই ভৱনত এখন অসমীয়া পাঠশালা বহে। আমাৰ সভাৰ পৰা তালৈ পঠোৱা শিক্ষক দুজনৰ কথা ওপৰত উল্লেখ কৰা হৈছে। বৰ্ত্তমানে তাৰাপুৰৰ এগৰাকী অসমীয়া ছোৱালীয়ে শিক্ষয়িত্ৰীৰ কাম চলাইছে। এই স্কুলৰ স্থায়ী ঘৰ সাজিবৰ কাৰণে চৰকাৰে সাহিত্য সভাৰ ঘৰৰ কাষতে মাটি দিছে। এই সভাত আমাৰ পৰা যোৱা বছৰ পাঁচশ টকা আৰু এই বছৰ তিনিশ টকা এককালিন দান দিয়া হৈছে। সেই সাহিত্য সভাই এটি পুথি-ভঁৰালো স্থাপন কৰিছে। তাত ছ শ মান টকাৰ বহুমূলীয়া কিতাপ আছে। এই ভৱনত অনা-অসমীয়াক অসমীয়া ভাষা শিক্ষা দিয়াৰ শ্ৰেণী খুলিবৰ যুচল হৈ আছে। পুথি-ভঁৰাল আৰু পাঠশালাৰ বাবে চৰকাৰে দুহেজাৰ টকা দান কৰিছে। ভট্টাচাৰ্য্যৰ বাহিৰেও শ্ৰীযুত ধৰণীধৰ চৌধুৰী আৰু শ্ৰীযুত বিশ্বনাথ ৰাজবংশী এই দুজন উদ্যোগী কৰ্ম্মীৰ নাম বিশেষ ভাৱে উল্লেখযোগ্য।

শিলচৰ সাহিত্য সভাৰ পিচতে হাইলাকান্দি সাহিত্য সভাৰ কাম উল্লেখযোগ্য। এই সভাৰ সভাপতি ডাক্তৰ এল, এম, চক্ৰৱৰ্ত্তী সম্পাদক মৌলবী আব্দুল কাহেৰ লস্কৰ চাহেবে এটা ভেৰোণীয়া ঘৰত কাৰ্য্যালয় পাতি অসম সাহিত্য সভাৰ কাম জোৰেৰে চলাইছে। তেখেতসকলে এটি স্থায়ী ঘৰ সাজিবৰ বাবে মাটি বিচাৰি চৰকাৰলৈ আবেদন জনাইছে। এই সভালৈ এই বছৰ পুথি ভঁৰালৰ বাবে পঞ্চাশ টকা দিয়া হৈছে। শিলচৰ, গোৱালপাৰা, হাইলাকান্দি আদিলৈ আমাৰ ব্যক্তিগত দান স্বৰূপেও কিছুমান কিতাপ পঠোৱা হৈছে। এইদৰে আন আন গ্ৰন্থকাৰসকলেও সাহিত্য সভাৰ লগত যোগাযোগ ৰাখি নিজৰ ৰচিত বা

প্ৰকাশিত কিতাপ পঠালে ভাল হয়। মুঠতে কাছাৰত আমি এতিয়াও আশানুৰূপ ভাবে কাম কৰিব পৰা নাই। অন্ততঃ বছৰি দুহেজাৰ আৰু প্ৰথম বছৰত পাঁচ হেজাৰ মান টকা খৰচ কৰিব পাৰিলে সুফল আশা কৰিব পাৰি। কিন্তু তেতিয়া হলে মূল সভাৰ পুজিৰেই পৰালি পৰে আৰু আন সকলো কাম স্থগিত ৰাখিব লগীয়া হয়। তদুপৰি কাছাৰ জিলাত পূৰ্ব্বাচল পন্থীসকলে ভাষা সমস্যা কাঁইটীয়া কৰি তুলিছে আৰু বাটত হেঙাৰ দিবলৈ ইচ্ছা কৰি আছে। এনে এটা আহুকলীয়া পৰিস্থিতিৰ মাজত কি কৰিব পাৰি আপোনালোকে দকৈ ভাবি চায় যেন।

## পৰ্ব্বত ভৈয়ামৰ সম্পৰ্ক

পৰ্ব্বত ভৈয়ামৰ সম্প্ৰীতি গঢ়াৰ বাটত কাৰ্য্যকৰী আঁচনি এখনি তৈয়াৰ কৰি কামত লাগিবলৈ যোৰহাট অধিবেশনত প্ৰস্তাব এটা লোৱা হৈছিল। সেই সম্পৰ্কীয় এখন উপ-সমিতি অধ্যাপক শ্ৰীযুত পৰাগধৰ চলিহাক আহ্বায়ক স্বৰূপে লৈ গঠিত হয়। এই সমিতিৰ দুখন বৈঠক গুৱাহাটী আৰু যোৰহাটত বহি এখনি সুচিন্তিত আঁচনি গ্ৰহণ কৰি কাৰ্য্যকৰী সমিতিত দাখিল কৰা হয়। আঁচনিৰ মূল কথা কেইটা হল এনেকুৱা :—( ) পৰ্ব্বত ভৈয়াম আৰু অসমৰ দাঁতি কাষৰীয়া অঞ্চলৰ লগত অসমীয়া ভাষা কৃষ্টি, ৰীতি-নীতি আদিৰ সম্পৰ্ক আৰু সমন্বয় দৰ্শাবলৈ গৱেষণা আৰু অধ্যয়নৰ ব্যৱস্থা কৰা। (২) উল্লিখিত উদ্দেশ্য সাধিবলৈ পোনতে বিভিন্ন জনজাতীয় আৰু দাঁতি কাষৰীয়া অঞ্চলৰ লগত ঘনিষ্ট সম্বন্ধ থকা বা যাৱতীয় বিষয়ত ৰাপ থকা লোকৰ হতুৱাই অসমীয়া আৰু পৰ্ব্বতীয়া লোকৰ বুৰঞ্জীমূলক ভৌগলিক, সাংস্কৃতিক আদি সম্বন্ধ বুজাই দি বিভিন্ন সমাজত



প্ৰচাৰ আৰু অধ্যয়নৰ অৰ্থে কিছুমান পুস্তিকা যুগুত আৰু প্ৰকাশ কৰা। (৩) বিভিন্ন পৰ্ব্বতীয়া অঞ্চললৈ গৈ সাংস্কৃতিক সম্বন্ধ দৰ্শাবলৈ শুভেচ্ছাসূচক সাংস্কৃতিক অনুষ্ঠানৰ দল গঠনৰ দিহা কৰা। (৪) যোৰহাটত থকা অসমীয়া প্ৰশিক্ষণ কেন্দ্ৰৰ গঠন আৰু শিক্ষা প্ৰণালী আদিৰ সংস্কাৰ কৰিবলৈ ব্যৱস্থা লোৱা। (৫) পৰস্পৰ শিক্ষাৰ অৰ্থে জনজাতীয় আৰু অসমীয়া শব্দাৱলীৰ ইংৰাজী অসমীয়া পাৰম্পৰিক অৰ্থযুক্ত ইংৰাজী অসমীয়া অভিধান প্ৰস্তুতিৰ অৰ্থে যুগুত ব্যৱস্থা লবলৈ বিশ্ববিদ্যালয়ক আৰু চৰকাৰক খাটনি ধৰা।

ইতিমধ্যে মূল সভাই উক্ত আঁচনি গ্ৰহণ কৰি সেইমতে কামত আগবাঢ়িবলৈ দিহা দিয়াত জয়ে জয়ে জনজাতীয় মণিপুৰ, ত্ৰিপুৰা, কোচবিহাৰ আদি অঞ্চল আৰু অসমীয়া লোকৰ মাজত থকা ভাষা কৃষ্টি বুৰঞ্জীমূলক সমন্বয়সূচক পুথি ৰচনা কৰিবলৈ মুঠ ডেৰ-কুৰি এজন লোকক সংশ্লিষ্ট বিষয়ৰ বিজ্ঞলোকক খাটনি ধৰা হয়। আনন্দৰ কথা দুই এগৰাকীৰ বাহিৰে সকলো কেইজনে পুস্তিকা লিখিবলৈ গাত লৈছে আৰু ইতিপূৰ্ব্বে কেইবা গৰাকীয়ে লিখা শেষ কৰিছে বুলি উপসমিতিৰ সম্পাদক শ্ৰীযুত চলিহাক জনাইছেও।

শ্ৰীযুত মুক্তিনাথ বৰদলৈ দেৱে "পূব সীমান্তৰ জনজাতিৰ সাজপাৰ" আৰু ডাক্তৰ নোবলচন্দ্ৰ পেগুৱে Our little known neighbour the Miris নামৰ পুস্তিকা লেখি শেষ কৰিছে। তাৰোপৰি তলত নাম দিয়া সকলে নিজ নিজ বিষয়ত পুস্তিকা লিখিবলৈ গাত লৈ সভাৰ সঙ্গ উদ্দেশ্যত বৰঙণি যোগাইছে। অনতি বিলম্বে সেইখিনি আমাৰ হাতত পৰিব বুলি আশা কৰা হৈছে।

| নাম | বিষয় সমূহ |
|---|---|
| শ্ৰীবেণুধৰ শৰ্ম্মা— | মণিপুৰ, ত্ৰিপুৰা, কাছাৰৰ লগত অসমীয়াৰ সম্বন্ধ। |
| শ্ৰীগিৰীশ দাস— | মিকিৰসকল |
| শ্ৰীদেবেন্দ্ৰনাথ ভট্টাচাৰ্য্য— | গোৱালপাৰা |
| শ্ৰীভূপেন চৌধুৰী— | গাৰোসকল |
| শ্ৰীধনঞ্জয় ৰাভা— | ৰাভাসকল |
| শ্ৰীনকুলচন্দ্ৰ ভূঞা— | চাহ বনুৱা আৰু অসমীয়া ভাষা |
| ডক্টৰ শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মা— | কোচবিহাৰ, জলপাইগুৰি, দিনাজপুৰ আৰু অসমীয়া সংস্কৃতি। |
| শ্ৰীনিৰ্ম্মলপ্ৰভা বৰদলৈ— | খাছিয়াসকল |
| শ্ৰীলীলা গগৈ— | আহোম ৰাজত্ব আৰু অসমীয়া সংস্কৃতি |
| শ্ৰীভুবনচন্দ্ৰ সন্দিকৈ— | অসমীয়া সংস্কৃতি আৰু আহোমৰ দিন |
| শ্ৰীহৰিপ্ৰসাদ গোৰ্খাৰায়— | নগা, নেপালীসকল |
| শ্ৰীযাধৱচন্দ্ৰ গোস্বামী— | জনজাতীয় সকলৰ নৃতাত্বিক পৰ্য্যালোচনা। |
| শ্ৰীশ্ৰদ্ধানন্দ দুৱৰা— | গাৰোসকলৰ নৃতাত্ত্বিক পৰ্য্যালোচনা |

আমাৰ বৰ ইচ্ছা আছিল গুৱাহাটী অধিবেশনৰ আগে আগে দুখন মান পুস্তিকা প্ৰকাশ কৰি উলিয়াবলৈ, কিন্তু সময়ৰ নাটনিত সি হৈ নুঠিল। অদূৰ ভৱিষ্যতে আগতে গোটেইখিনি নোৱাৰিলেও দুজন সংখ্যাৰ পুস্তিকা উলিয়াব পৰা হব বুলি আশা কৰা যায়। পুথি সমূহ প্ৰকাশ হলে আঁতৰৰ বুলি ভবা সকলক ভাই ভনী বুলি চিনি পাবৰ বিশেষ সুবিধা হব বুলি আমাৰ বিশ্বাস। ৰাজ্য পুৰ্ণগঠন প্ৰশ্নৰ উম্মা কমিবৰ নৌ—সেই কাৰণে শুভেচ্ছাসূচক সাংস্কৃতিক দলৰ দিহা কৰিবৰ সুবিধা হোৱা নাই—এই কামলৈ



শকত পুঁজি এটাৰো প্ৰয়োজন। কিন্তু অচিৰে এনে সাংস্কৃতিক আদান-প্ৰদানৰ দিহা কৰা নিতান্ত যুগুত আৰু এনে আদান-প্ৰদানৰ স্থায়ী পৰিণতিও মন কৰিবলগীয়া। যোৰহাটত থকা চৰকাৰী অসমীয়া প্ৰশিক্ষণ কেন্দ্ৰ পুনৰ্গঠনৰ আঁচনি তৈয়াৰ কৰিবলৈ উপসমিতিয়ে দাখিল কৰা আঁচনিত এইৰূপে পৰামৰ্শ দিয়া হৈছে:—(১) এই প্ৰশিক্ষণ কেন্দ্ৰত জনজাতীয়ৰ উপৰিও আন অনা-অসমীয়া আৰু জনজাতীয় মহিলাক অসমীয়া শিকোৱাৰ দিহাও কৰিব লাগে। (২) জনজাতীয়ৰ প্ৰশিক্ষণ পাঠ্যক্ৰম তিনি বছৰ আৰু অনা-অসমীয়াৰ বাবে দুবছৰ কাল কৰা আৰু প্ৰতিকালৰ শেহত পৰীক্ষাৰ ব্যৱস্থা হব লাগে।

(৩) প্ৰশিক্ষণ বিদ্যালয় কোনো উন্নত গাঁৱলীয়া অঞ্চলত প্ৰশিক্ষণ কেন্দ্ৰৰ নিজা ঘৰ দুৱাৰেৰে সৈতে হব লাগে আৰু চৰকাৰে অচিৰে এই কেন্দ্ৰৰ বাবে শিক্ষাগাৰ, হোষ্টেল (পুৰুষ মহিলা উভয়ৰে) আহল-বহল পৰিপাটিকৈ সকলো আৱশ্যকীয় সুবিধাৰ সৈতে সাজিবৰ ব্যৱস্থা কৰিব লাগে।

শব্দ-কোষ ৰচনাৰ বিষয়ত ইতিপূৰ্ব্বে বিশ্ববিদ্যালয়ৰ কাম চলা হৈছে। এইখিনিতে আৰু এটি সন্তোষৰ বিষয় যে কেইবাজনো অসমীয়া কৃতবিদ্য ডেকাই বিভিন্ন জনজাতীয় ভাষা সাহিত্য বিষয়ক গৱেষণা হাতত লৈ ভালেখিনি আগ বাঢ়িছে। আমাৰ সভাৰ যোগেদি শ্ৰীযুত ফণীধৰ শৰ্ম্মাই লিখা জনজাতীয় গ্ৰন্থৰ বাবে পুৰস্কাৰ দিয়াৰ কথা আগতে উল্লেখ কৰা হৈছে।

আমাৰ পিচৰ কৰ্ম্মকৰ্ত্তাসকলে এই বিষয়ৰ গুৰুত্ব বুজি আমি পাতনি মেলা কাম সম্পূৰ্ণ কৰিবলৈ কেতিয়াও হেলা নকৰে, ই ধ্ৰুৱপ।

## পুথি-ভঁৰাল

যোৰহাটত সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্য্যালয় চন্দ্ৰকান্ত ভৱনত এটা পুথি ভঁৰাল আছে। সেই পুথি-ভঁৰালত বহুত মূল্যৱান আৰু দুষ্প্ৰাপ্য গ্ৰন্থ আছিল। দুখৰ বিষয় আপদীয়া দ্বিতীয় মহাযুদ্ধৰ সময়ত সেই পুথি-ভঁৰালৰ ককালৰ জোৱা নৰিল। হিচাপ-পত্ৰ আদিৰ আউল লগাৰ বাবে তাৰ ভালেমান পুথি কলৈ গল বৰ্ত্তমান তাৰ শুংসূত্ৰ পাবলৈ টান হৈছে। চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ দক্ষিণ ফালৰ ১৩×১৪ ফুটৰ সৰু কোঠালি এটাত এই পুথি-ভঁৰাল ৰখা হৈছে। কিতাপবোৰ কেইবাটা আলমাৰীত থোৱা হৈছে। তাৰে এটা আলমাৰীৰ কিতাপ বেচিবৰ বাবে। আলমাৰীৰ বাহিৰে এডাল কাঠৰ ৰেক আছে। তাতো বিক্ৰীৰ কাৰণে ৰখা কিতাপ-পত্ৰ বহী আদি সজাই থোৱা হৈছে। সম্প্ৰতি এই পুথি-ভঁৰালত তলত লিখাৰ দৰে পুথি আছে।

অসমীয়া ৪০৭ খন, বঙলা ৮১ খন, সংস্কৃত ১৪৭ খন, ইংৰাজী ২০৫ খন, হিন্দী ৭৬ খন, অভিধান ইংৰাজী, অসমীয়া ৫২ খন, অন্যান্য ৩৫ খন, সাঁচিপতীয়া পুথিও ৩১ খন আছে। এই বছৰ নতুন পুথি কিনিবলৈ দুশ টকা মঞ্জুৰ কৰা হৈছে। ১৯৪০ চনৰ পৰা সন্দিকৈ ভৱন মিলিটাৰীৰ হাতত থকা সময়ত পুথি-ভঁৰালৰ কিতাপবোৰ স্থানান্তৰ কৰা হৈছিল। সেই কাল-চোৱাৰ ভিতৰতেই বহুত মূল্যৱান কিতাপ হেৰাল। এই কিতাপ-খিনি উদ্ধাৰ কৰিবৰ বাবে সাহিত্য সভাই পোনপটীয়া ভাৱে একো কৰিব নোৱাৰে। যি সকল লোকৰ হাতত এতিয়াও এই কিতাপ আছে সেইসকলে দয়া কৰি ঘূৰাই দিবলৈ অনু-ৰোধ জনোৱা হল। এই পাঠাগাৰ বৃহস্পতি আৰু সোমবাৰৰ বাহিৰে সপ্তাহটোৰ আন কেইদিন আবেলি ৪ বজাৰ পৰা ৫-৩০



লৈকে খোলা থাকে। স্বকীয়া পাঠাগাৰ নথকাৰ বাবে সন্দিকৈ ভৱনৰ এক অংশতে জোৰা-টাপলি মাৰি পাঠাগাৰৰ কাম চলোৱা হৈছে। সভা সমিতি হলে এই পাঠাগাৰ বন্ধ ৰাখিব লগীয়া হয়। এই বছৰ এই পুথি-ভঁৰাল আৰু পাঠাগাৰৰ উন্নতি আমূল সংস্কাৰৰ বাবে আঁচনি হাতত লোৱা হৈছে। এই উদ্দেশ্য সাধনৰ বাবেই চন্দ্ৰকান্ত ভৱনৰ কাষতে ৰাধাকান্ত সন্দিকৈ ভৱন নামেৰে আন এটা আহলবহল দুমহলীয়া ঘৰ সাজি প্ৰস্তাৱিত পুথি-ভঁৰালৰ সুব্যৱস্থা কৰাৰ লগে লগে দানবীৰ ৰাধাকান্ত সন্দিকৈ দেৱৰ স্মৃতি ৰক্ষাৰ্থে দিহা কৰা হৈছে। সম্প্ৰতি এই আঁচনি কাৰ্য্যকৰী কৰিবলৈ এটি স্বকীয়া পুথি-ভঁৰাল কমিটীও পাতি দিয়া হৈছে। শ্ৰীযুত দেৱেশ্বৰ শৰ্মাদেৱে এই নতুন ঘৰৰ আৱশ্যকীয় নক্সা হিচাপ-পত্ৰ আদি বিশেষজ্ঞৰ দ্বতুৱাই যুগুত কৰিবলৈ হাতত লৈছে। এই উদ্দেশ্যে পুথি-ভঁৰাল সমিতিয়ে সন্দিকৈদেৱৰ স্মৃতিৰ বাবে দান বৰঙণি আদিও গ্ৰহণ কৰিব।

কেৱল আমাৰ কেন্দ্ৰীয় পুথি-ভঁৰাল লৈয়েই আমি সন্তুষ্ট থাকিব খোজা নাই। অসম সাহিত্য-সভাৰ বিভিন্ন শাখা-বোৰবো নিজ নিজ কাৰ্য্যালয়ত পুথি-ভঁৰাল একোটা থকা উচিত আৰু কিছুমান তেনে পুথি-ভঁৰাল আছেও। এই পুথি-ভঁৰাল-বোৰো টনকিয়াল আৰু শক্তিশালী কৰাটো মূল সভাৰ কৰ্ত্তব্য। ৰাজ্য চৰকাৰে বৰ্ত্তমানে নিজাকৈ পুথি-ভঁৰাল আঁচনি হাতত লৈছে। আমাৰ শাখাৰ পুথি-ভঁৰালৰ উদ্দেশ্যে সেই আঁচনিৰ পৰা সহায় বিচৰা হৈছিল। শিক্ষাধিকাৰ শ্ৰীযুত হিৰণ্যচন্দ্ৰ ভূঞাদেৱক এই উদ্দেশ্য জনোৱাত তেখেতে আমাৰ শাখাৰ পুথি ভঁৰালবোৰকো স্থানীয় ডেপুটী ইন্সপেক্টৰসকলৰ যোগেদি তেখেতলৈ

আবেদন পঠাবলৈ আৰু তাৰ একোটা নকল সাহিত্য সভাৰ যোগেদিও তেখেতলৈ পঠিয়াবলৈ পৰমাৰ্শ দিছে। তেনে আবেদন-বোৰ সহৃদয়তাৰে বিবেচনা কৰা হব বুলিও আশ্বাস দিছে।

## চন্দ্ৰকান্ত ন্যাস-সমিতি

এই বছৰ এই ন্যাস-সমিতিৰ কোনো অধিবেশন বহা নাই আৰু একো উল্লেখযোগ্য কামো হোৱা নাই। চন্দ্ৰকান্ত অভি-ধান গুৱাহাটী বিশ্ববিদ্যালয়ৰ হাতলৈ যোৱাত বৰ্ত্তমানে এই সমিতিৰ হাতত চন্দ্ৰকান্ত সন্দিকৈ ভৱন আদি ঘৰ দুৱাৰৰ তত্ত্বা-ৱধান কৰাৰ বাহিৰে আন কাম নোহোৱা হৈছে। বিশ্ববিদ্যালয়ত চন্দ্ৰকান্ত অভিধান সংশোধনৰ কাৰ্য্য পূৰ্ণ উদ্যমে চলি আছে আৰু আশানুৰূপ ভাৱে আগ বাঢ়িছে বুলি জনা গৈছে। অভিধান সমিতিয়ে মাজে মাজে বৈঠক পাতি সম্পাদক ডক্টৰ নেওগ আৰু ডক্টৰ শৰ্ম্মাৰ কামৰ পৰ্য্যালোচনা কৰিছে আৰু আৱশ্যকীয় পৰমাৰ্শ দিছে। নতুন শব্দ বিচাৰি আৰু এই সম্পৰ্কৰ পৰামৰ্শ বিচাৰি যোৱা বছৰ মুকলি সভাত অভিধান সমিতিৰ হৈ গোহাৰি জনোৱা হৈছিল। দুখৰ বিষয় এই বিষয়ত ৰাইজৰ পৰা আশা-নুৰূপ সঁহাৰি পোৱা নাই। ন্যাস-সমিতিৰ হিচাপ-পত্ৰ আমাৰ প্ৰধান কাৰ্য্যালয়ত কোষাধ্যক্ষ শ্ৰীযুত দেৱেশ্বৰ শৰ্ম্মাদেৱে আটোম-টোকাৰি কৈ ৰাখিছে।

## চন্দ্ৰকান্ত সোঁৱৰণী-দিন পালন

দানবীৰ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই তেখেতৰ মৰমৰ পুত্ৰ চন্দ্ৰকান্তৰ স্মৃতি ৰক্ষাৰ্থে বছৰি ৯ ছেপ্তেম্বৰৰ দিন পালন কৰি-বলৈ অসম সাহিত্য সভাক চন্দ্ৰকান্ত এণ্ডুৱেল চেৰিমণি ফাণ্ড নামৰ এটা ডেৰ হাজাৰ টকীয়া পুঁজি দান কৰিছিল। সেই পুঁজিৰ



টকা বেঙ্কত বিলুপ্ত হোৱাৰ বাবে আজি কেবাবছৰেও সেই সোঁৱৰণী দিন পালন কৰিব পৰা হোৱা নাছিল। সুখৰ বিষয় এইবাৰ সেই টকাখিনি উদ্ধাৰ হোৱাত এইবাৰলৈ সেই সোঁৱৰণী দিন পালন কৰিবলৈ আমাৰ কাৰ্য্য নিৰ্ব্বাহক সমিতিয়ে পঞ্চাশ টকা মঞ্জুৰ কৰিছিল। সেই ধন খৰচ কৰি যোৱা ৯ ছেপ্তেম্বৰৰ দিনটো সাহিত্য সভাৰ প্ৰধান কাৰ্য্যালয় যোৰহাটৰ চন্দ্ৰকান্ত ভৱনত এটি আকৰ্ষণীয় অনুষ্ঠানৰ মাজেদি পালন কৰা হয়। যোৰহাটৰ কল্যাণ সঙ্ঘৰ অকণ অকণিহঁতক মাতি আনি জলযোগ কৰাই তেওঁলোকৰ আগত দাতাৰ উদ্দেশ্য ব্যাখ্যা কৰি শুনোৱা হৈছিল আৰু স্বৰ্গগত চন্দ্ৰকান্তৰ আত্মাৰ সদগতি কামনা কৰি প্ৰাৰ্থনা শুনোৱা হৈছিল।

## বুৰঞ্জীমূলক প্ৰবন্ধৰ তালিকা

যোৱা বছৰ ছাপাখানাত থকা ডক্টৰ শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা দেৱৰ সম্পাদিত বুৰঞ্জীমূলক প্ৰবন্ধাৱলী নামৰ পুথিখনি এই বছৰৰ আদিতে ছপা হৈ ওলাইছে। এই পুথি অসমীয়া সাহিত্য ভৰালত এনে ধৰণৰ গ্ৰন্থৰ প্ৰথম প্ৰচেষ্টা আৰু আগলৈকো ই পথপ্ৰদৰ্শক হব। ভূঞা ডাঙৰীয়াৰ এই তালিকা-খনি অসম বুৰঞ্জী আলোচনাৰ কাৰণে এখনি অভিনৱ গ্ৰন্থ হৈছে। এই বিষয়ে কি কি আলোচনা হৈ গৈছে, কোনে সেই আলোচনা কৰিছে আৰু ক'ত সেই আলোচনা প্ৰকাশিত হৈছে ইত্যাদি কথাৰ আভাস সৰ্ব্বসাধাৰণে এই তালিকাত কিছুদূৰ পাব। অনিসন্ধিৎসুসকলে তালিকা-ভুক্ত আলোচনাসমূহৰপৰা সমল গোটাব পাৰিব। প্ৰকাশক সকলে আগলৈ এই তালিকাৰ সহায়েৰে কোনো লিখকৰ

প্ৰবন্ধাৱলী একেলগ কৰি গ্ৰন্থৰ আকাৰে ছপাই উলিয়াবলৈ সুবিধা পাব।

## অসম-সাহিত্য-সভা বাৰ্ষিকী

যোৱা যোৰহাট অধিবেশনৰ আদৰণি ভাষণ, শাখা সভা-বোৰৰ অভিভাষণ, সম্পাদকৰ প্ৰতিবেদন, প্ৰস্তাৱ আদি গোটাই অসম সাহিত্য-সভা বাৰ্ষিকী নাম দি এখনি পুথি প্ৰকাশ কৰা হৈছে। এনে ধৰণৰ গ্ৰন্থ আগলৈকো যদি বছৰে বছৰে ওলাই থাকে তেতিয়া হলে সাহিত্য সভাৰ মূল অভিভাষণ আৰু আন আন বিৱৰণ আদি আগৰ নিচিনাকৈ বিলুপ্ত নহয় আৰু পাছ-ৰণিৰ বুকুত সহজে জাহ নেযায়।

## অসম সাহিত্য-সভাৰ ভাষণাৱলী

এই অধিবেশনৰ লগে লগে প্ৰকাশ হৈ ওলোৱা অসম সাহিত্য-সভাৰ ভাষণাৱলীও যে এখন অসমীয়া সাহিত্য ভঁৰালৰ অমূল্য গ্ৰন্থ হব সেই বিষয়ে সন্দেহ নাই। এই বিষয়ে আমি কবলগীয়া সকলো কথা সেই গ্ৰন্থৰ নিবেদনতে বিৱৰি কোৱা হৈছে; ইয়াত তাক দোহাৰিবৰ আৱশ্যক নাই। এতিয়া আমি এই গ্ৰন্থৰ দ্বিতীয় ভাগ সোনকালে ছপা হৈ ওলোৱা দেখিবলৈহে কামনা কৰি ৰলোঁ।

## সাহিত্য-সভাৰ ছাপাখানা

অসম সাহিত্যসভাই এটা নিজা ছাপাখানা পাতি লব লাগে বুলি যোৱা অধিবেশনত এটা প্ৰস্তাৱ গৃহীত হৈছিল। সেই প্ৰস্তাৱৰ মৰ্ম্ম অনুসৰি যোৰহাটত এটা ছাপাখানা স্থাপনৰ উদ্দেশ্যে আমি চোৱা-চিন্তা আৰু গুণাগথা কৰি দেখিলোঁ যে ভাল ছাপাখানা এটা পাতিবৰ বাবে অতি কমেও একলাখ টকাৰ



প্ৰয়োজন। বৰ্ত্তমান অৱস্থাত সাহিত্য-সভাৰ পক্ষে ছাপাখানা খোলা সম্ভৱপৰ নহয়।

## অন্যান্য

অসমৰ চাৰিওফালে সিঁচৰতি হৈ থকা জিকিৰ আৰু জাৰি গীতবোৰ সংগ্ৰহ কৰি পুথিৰ আকাৰত সম্পাদিত কৰি দিবলৈ কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে অধ্যাপক চৈয়দ আব্দুল মালিকক ভাৰ দিছিল। অধ্যাপক মালিক চাহাবেও এই কাম হাতত লৈছিল আৰু পুথিখন প্ৰায় সমাপ্ত হবলগীয়াও হৈছে বুলি আমাক জনাইছিল। এনে সময়তে গুৱাহাটী বিশ্ববিদ্যালয়েও তেখেতক একেই উদ্দেশ্যত নিয়োগ কৰিব খোজাত তেখেতক অসম সাহিত্য সভাৰ দায়িত্বৰ পৰা অব্যাহতি দিয়া হয়। মুঠতে অসম সাহিত্য সভাই পাছৰণিৰ বুকুত জাহ যাব খোজা সাহিত্যৰ এই উৰণীয়া সম্পদবোৰ ৰক্ষা হোৱাটোৱে কামনা কৰে।

ডক্টৰ মহেশ্বৰ নেওগ, ডক্টৰ সত্যেন্দ্ৰ শৰ্ম্মা আৰু ডক্টৰ প্ৰফুল্লচন্দ্ৰ গোস্বামীৰ গৱেষণাপূৰ্ণ গ্ৰন্থ তিনিখনি সাহিত্য সভাৰ পৰা ছপাবলৈ যত্ন কৰা হৈছিল। সম্প্ৰতি ৰাজ্য চৰকাৰে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভা-গৰ যোগেদি এই কাম হাতত লব বুলি জানি আমি সন্তোষ পাইছোঁ।

সঙ্গীত-কোষ, সঙ্গীত-সাধনা এই দুখনি মূল্যবান গ্ৰন্থ ছপাই দি সাহিত্য-সভাত এটা ন্যাস সমিতি স্থাপন কৰি সঙ্গীত ওজা লক্ষ্মীৰাম বৰুৱাৰ স্মৃতি ৰক্ষাত সহায় কৰিবৰ বাবে বৰুৱা দেৱৰ সুযোগ্য পুত্ৰ সকলক খাটনি ধৰা হৈছে।

গুৱাহাটী ফুকন স্মৃতি ৰক্ষা সমিতিৰ দ্বাৰা দেশভক্ত তৰুণ-ৰাম ফুকন দেৱৰ এটি মৰ্ম্মৰ মূৰ্ত্তি গঢ়োৱা হৈছিল। কেইবা বছৰেও সেই মূৰ্ত্তিটি যথাযোগ্যভাৱে প্ৰতিষ্ঠিত নোহোৱা দেখি

সাহিত্য-সভাৰ এই গৰাকী ভূতপূৰ্ব্ব সভাপতিৰ এই মূৰ্ত্তিটি প্ৰতিষ্ঠা কৰা দায়িত্ব লবলৈ ইচ্ছা কৰি সমিতিৰ সভ্যসকললৈ লিখা হৈছিল। কিন্তু আজিলৈকে কোনো উত্তৰ পোৱা নহল। সি যিকি নহওক সোনকালে এই মৰ্ম্মৰ মূৰ্ত্তিটি প্ৰতিষ্ঠিত হোৱাটো আমি কামনা কৰোঁ।

ৰাজ্য চৰকাৰ, কেন্দ্ৰীয় চৰকাৰ, পুথি বছা সমিতি, গুৱাহাটী বিশ্ববিদ্যালয় আদিলৈ যোৰহাট অধিবেশনত গৃহীত সংশ্লিষ্ট প্ৰস্তাৱবোৰৰ নকল পঠোৱা হৈছে। পুথি বছা সমিতি নতুনকৈ পুনৰ গঠিত হব। সাহিত্য সভাই কেইজন প্ৰতিনিধি তাত লাভ কৰে সেই বিষয়ে আমি কব নোৱাৰো। যোৱাবাৰ এটা প্ৰস্তাৱেৰে দুখীয়া গ্ৰন্থকাৰসকলক ধাৰ আদি দি কিতাপ ছপোৱাত সহায় কৰিবলৈ ৰাজ্য চৰকাৰক অনুৰোধ জনোৱা হৈছিল। অসমৰ চৰকাৰে এই বিষয়ে বিবেচনা কৰিব বুলি আশা কৰোঁ।

## সামৰণি

শুকান জেওৰাত ৰস চেপি উলিয়াব নোৱাৰাৰ নিচিনাকৈ নিৰস সম্পাদকীয় প্ৰতিবেদন ৰসাল কৰি দাঙি ধৰিব পৰাটো টান। সেই কাৰণে কবলগীয়া আৰু কথা বাকী থাকিলেও আমাৰ বক্তব্য শেষ কৰা হল। আমি সম্পাদকৰ গধুৰ দায়িত্ব পালন কৰাত যিসকল বন্ধু - বান্ধৱ আৰু সহৃদয় লোকে সহায় সহযোগ কৰিছিল সেই সকলোৰে প্ৰতি হিয়াভৰা শলাগৰ শৰাই আগ-বঢ়াই সদৌ অসমীয়া ৰাইজৰ অতি মৰমৰ এই সাহিত্য সভা-খনিৰ উত্তৰোত্তৰ উন্নতি কামনা কৰি আপোনালোকৰ আগত মূৰ দোঁৱাই বিদায় মাগিলো। চিৰ চেনেহী ভাষা জননীৰ জয় হওক, অসম সাহিত্য-সভাৰ জয় হওক।

গৃহীত হল

২৬।১২।৫৫ (স্বাক্ষৰ) শ্ৰীযতীন্দ্ৰনাথ দুৱৰা, সভাপতি

অসম সাহিত্য-সভা

# গুৱাহাটীত ২৪ শ অধিবেশনৰ বিৱৰণী

## *বিষয়-বাছনি সভা*

২৫।১২।৫৫ ৰ পুৱা ৮ বজাৰপৰা আৰু বিয়লি ২ বজাৰপৰা গুৱাহাটীৰ কুমাৰ ভাস্কৰ নাট্য-মন্দিৰত পুৱাৰ আগ ভাগত নিৰ্ব্বাচিত সভাপতি শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰাদেৱ আৰু পাছভাগত সভাপতিৰ দ্বাৰা মনোনীত অধ্যক্ষ শ্ৰীযুত ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ সভা-পতিত্বত বিষয়-বাছনি সভা বহে। বিষয়-বাছনি সভাৰ সকলো কাম সুচাৰুৰূপে আৰু নিয়াৰিকৈ সম্পন্ন হয়। নিৰ্ব্বাচন সম্পৰ্কীয় এটা বিষয়ৰ বাহিৰে কোনো কথাতে ভোটৰ আৱশ্যক হোৱা নাছিল আৰু সুখৰ বিষয় সকলো কথা সৰ্ব্বসন্মতিক্ৰমে গৃহীত হৈছিল।

## প্ৰথম দিন

### প্ৰদৰ্শনী

২৬।১২ ৫৫,ৰ দিনা পুৱা ৮ বজাত সাহিত্য সভাৰ সভা-মণ্ডপত অধ্যাপক শ্ৰীযুত কালীনাথ শৰ্ম্মাদেৱৰ পৰিচালনাত মাঙ্গলিক নাম-কীৰ্ত্তন হয়। ইয়াৰ পাছত সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশনৰ উদ্দেশ্যে আয়োজন কৰা প্ৰদৰ্শনী উদ্বোধন কৰিবলৈ সম্পাদক শ্ৰীযুত প্ৰেমধৰ চৌধুৰীদেৱে বাগ্মীবৰ শ্ৰীযুত নীলমণি ফুকনদেৱক অনু-ৰোধ জনায়। শ্ৰীযুত ফুকনদেৱে এটি উদ্দীপনাময় ভাষণেৰে নব-কংগ্ৰেছ ভৱনত সাঁচিপতীয়া পুথি, ছপা পুথি, কুটিৰ-শিল্পৰ বিভিন্ন বস্তু আদিৰে আয়োজন কৰা প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰে। এই প্ৰদৰ্শনীত প্ৰদৰ্শিত বিভিন্ন মূল্যবান সংগ্ৰহৰ ভিতৰত গোলাঘাটৰ শ্ৰীযুত প্ৰদীপ চলিহাৰ সংগৃহীত বিবিধ আপুৰুগীয়া পুথি আৰু সংস্কৃতিমূলক বিভিন্ন বস্তুৰ প্ৰদৰ্শন আকৰ্ষণীয় হৈছিল।

## মূল সভা

বিয়লি ডেৰ বজাৰপৰা সাহিত্য সভাৰ মূল অধিবেশন আৰম্ভ হয়। সেই সভাত অসমৰ বিভিন্ন দলৰ নেতৃস্থানীয় লোকসকল, প্ৰবীণ সাহিত্যিকসকল আৰু সাহিত্যানুৰাগী লোকসকলৰ বুজন অংশ উপস্থিত আছিল। তদুপৰি গুৱাহাটী তথা অসমৰ পুৰুষ-মহিলা, ছাত্ৰ-ছাত্ৰী আদিৰে সভাঘৰ উপচি পৰিছিল। অনা-অসমীয়া সাহিত্যানুৰাগী লোকসকলেও সভাত যোগ দিছিল। এই বিষয়ত ভাৰত চৰকাৰৰ সাহিত্য একাডেমিৰ সচিব শ্ৰীযুত প্ৰভাকৰ মাচুৱেদেৱৰ নাম বিশেষ ভাৱে উল্লেখযোগ্য। ভাৰতীয় পৰিবেশেৰে সজোৱা সভাপতিৰ মঞ্চত সভাপতি, সম্পাদক, অভ্যৰ্থনা সমিতিৰ সভাপতিৰ উপৰিও ভূতপূৰ্ব্ব সভাপতিসকলৰ ভিতৰত ডক্টৰ শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা, শ্ৰীযুত নীলমণি ফুকন, শ্ৰীযুতা নলিনীবালা দেৱী, শ্ৰীযুত অম্বিকাগিৰী ৰায় চৌধুৰীদেৱে আসন গ্ৰহণ কৰিছিল।

জয়জয়তে শুক্লেশ্বৰৰ মুনিকুল আশ্ৰমৰ ছাত্ৰ শ্ৰীখেমৰাজ উপাধ্যায়ে এটি মঙ্গলাচৰণ গায়। আনুষ্ঠানিক ভাৱে সুকবি দুৰৰাদেৱক সভাপতি বৰণ কৰাৰ পিচত শ্ৰীযুত নাৰায়ণ বেজবৰুৱাদেৱৰ পৰিচালনাত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা ৰচিত "আইৰ পূজাৰ বেলি হল" গীতটি পৰ্ব্বত তৈয়ামৰ ডেকা-গাভৰু শিল্পীবৃন্দই গায়। অভ্যৰ্থনা সমিতিৰ সভাপতি ন্যায়াধীশ শ্ৰীযুত হলীৰাম ডেকাদেৱে এখনি চুটি অথচ সাৰুৱা ভাষণ পাঠ কৰে। প্ৰাক্তন সভানেত্ৰী শ্ৰীযুতা নলিনীবালা দেৱীয়ে এটি স্বৰচিত কবিতা পাঠ কৰে। কাব্যভাৰতী শ্ৰীযুতা ধৰ্ম্মেশ্বৰী দেৱী বৰুৱানীয়ে ৰচনা কৰা এটি কবিতা শ্ৰীযুত পৰাগধৰ চলিহাদেৱে পাঠ কৰে।



শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকাদেৱৰ সম্পাদকীয় প্ৰতিবেদন পাঠ কৰা হয়। শ্ৰীযুত বীৰেন দত্তৰ পৰিচালনাত এটি সমদলীয় সঙ্গীত ছাত্ৰীসকলে গায়। সাহিত্য একাডেমিৰ সচিব শ্ৰীযুত প্ৰভাকৰ মাচুৱে ভাৰতীয় ভাষাসমূহৰ বিষয়ে হিন্দীত এটা তথ্যপূৰ্ণ প্ৰাঞ্জল বক্তৃতা দিয়ে। ইয়াৰ পিচত সভাপতি দুৰৰাদেৱে তেখেতৰ সুদীৰ্ঘ আৰু সুললিত ভাষণ পাঠ কৰে। ভাষণৰ অন্তত শ্ৰীযুত পুৰুষোত্তম দাসৰ পৰিচালনাত এটি সমদলীয় সঙ্গীত গোৱাৰ পিচত সেই দিনৰ সভাৰ কাৰ্য্যৰ সামৰণি পৰে।

## সঙ্গীত-সন্ধিয়া

সন্ধিয়া ৬ বজাৰপৰা সভামণ্ডপৰ মুকলি মঞ্চত সঙ্গীত নাটক শাখাৰ কাম আৰম্ভ হয়। শ্ৰীযুত ক্ষীৰদা বিষয়াৰ পৰিচালনাত এটি সমদলীয় সঙ্গীত গোৱাৰ পিচত শ্ৰীযুত লক্ষ্যধৰ চৌধুৰীয়ে এটি চমু বক্তৃতা দি শ্ৰীযুত মিত্ৰদেৱ মহন্তদেৱক সভাত পৌৰোহিত্য কৰিবলৈ অনুৰোধ জনায়। তাজেন আও আৰু তেওঁৰ সঙ্গীবৃন্দই নগানৃত্য দেখুৱায়। বৰপেটাৰ শ্ৰীযুত দয়াল সূত্ৰধাৰ আৰু তেওঁৰ সঙ্গীবৃন্দই এটি বৰগীত গায়। শ্ৰীমতী অৰুণা দাসৰ কথক-নৃত্যৰ পিচত শ্ৰীযুত প্ৰবীণ ফুকন ৰচিত "মণিৰাম দেৱান" নাটকৰ অভিনয় আৰম্ভ হয়। এই নাটৰ নিখুঁত অভিনয়ে দৰ্শকমণ্ডলীক অপ্যায়িত কৰিছিল।

## দ্বিতীয় দিন

### বিজ্ঞান-সভা

২৭।১২।৫৫ ৰ পুৱা ৮ বজাৰপৰা এক গাম্ভীৰ্য্যপূৰ্ণ পৰিবেশৰ মাজত ডক্টৰ শ্ৰীযুত ৰোহিণীকান্ত বৰুৱাদেৱৰ পৌৰোহিত্যত বিজ্ঞান শাখাৰ অধিবেশন আৰম্ভ হয়। এই সভাৰ সম্পাদক

ডক্টৰ শ্ৰীযুত প্ৰসন্ন গোস্বামীদেৱৰ সম্পাদকীয় ভাষণখনিত লাগতিয়াল কথাৰ ইঙ্গিত আছিল। সভাপতিৰ ভাষণখনিৰ মূলবস্তু বিজ্ঞান হলেও তাত সাহিত্যৰ সোৱাদ পোৱা গৈছিল। অসমত বৈজ্ঞানিক গৱেষণা আৰু সম্ভাৱনাৰ বিষয়ে তেখেতে তাত বিশদভাৱে আলোচনা কৰি দেখুৱাইছিল। সেই সভাত তলত দিয়া ৰচনা তিনিখন পাঠ কৰা হয়।

(১) ব্ৰহ্মপুত্ৰ নদীৰ ইতিবৃত্ত — ডক্টৰ শ্ৰীযুত হৰিপ্ৰসন্ন দাস
(২) খাদ্যপ্ৰাণ — অধ্যাপক আনোৱাৰ উদ্দিন শইকীয়া
(৩) শক্তিৰ অভ্যুদয় — অধ্যাপক শ্ৰীযুত হৰিদেৱ গোস্বামী

## মূল অধিবেশন

দুপৰীয়া ১ বজাৰপৰা পুনৰ মূল সভাৰ অধিবেশন বহে। সাহিত্যৰথী বেজবৰুৱাদেৱৰ ৰচিত 'আমি অসমীয়া নহওঁ দুখীয়া কিহৰ দুখীয়া হম' এই উদ্দীপনাময় সঙ্গীতটিৰে সভাৰ কাৰ্য্য আৰম্ভ কৰা হয়। শিলঙৰ শ্ৰীযুত ফণীধৰ শৰ্ম্মাদেৱক তেখেতে ৰচনা কৰা জনজাতীয় গ্ৰন্থৰ বাবে অসম সাহিত্য সভাৰ ৫০০৲ পাঁচশটকীয়া দানেৰে পুৰস্কৃত কৰা হয়। নলবাৰীৰ শ্ৰীযুত হৰিনাৰায়ণ দত্ত বৰুৱা ডাঙৰীয়াৰ দ্বাৰা সঙ্কলিত বিৰাট গ্ৰন্থ অসমীয়া মহাভাৰত আৰু অসম সাহিত্য সভাৰ "ভাষণাৱলী" সভাঘৰত আনুষ্ঠানিকভাৱে প্ৰকাশ কৰা হয়। শ্ৰীযুতা নলিনী বালা দেৱীয়ে তেখেতৰ কাৰ্য্যকাল সম্পৰ্কীয় চুটি বিদায় ভাষণ পাঠ কৰে। শ্ৰীযুত অম্বিকাগিৰী ৰায়চৌধুৰী আৰু শ্ৰীযুত মহেন্দ্ৰ বৰাই স্বৰচিত কবিতা পাঠ কৰি শুনায়। এই দিনৰ সভাত নিয়মাৱলী সংশোধন আদিকে লৈ মুঠ ১৬ টা প্ৰস্তাৱ গৃহীত হয়। তাৰ পিচত



বিষয়-বাছনি সভাত গৃহীত হোৱা মতে তলত নাম দিয়া কাৰ্য্যকাৰকসকল নতুন বছৰৰ কাৰণে নিৰ্ব্বাচিত হয়:—

১। শ্ৰীযুক্ত যতীন্দ্ৰনাথ দুৱৰা (সভাপতি), ২। শ্ৰীশ্ৰীযুত মিত্ৰদেৱ মহন্ত (সহকাৰী সভাপতি), ৩। শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকা (প্ৰধান সম্পাদক), ৪। শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামী (সহকাৰী সম্পাদক), ৫। শ্ৰীযুত সত্যেন্দ্ৰনাথ শৰ্ম্মা (ধনভঁৰালী), ৬। শ্ৰীযুত ৰজনীকান্ত দেৱ শৰ্ম্মা (পত্ৰিকাৰ সম্পাদক) ৭। শ্ৰীযুত হৰিচন্দ্ৰ ভট্টাচাৰ্য্য, ৮। শ্ৰীযুত হেম বৰুৱা, ৯। শ্ৰীযুত ৰত্নকান্ত বৰকাকতী, ১০। শ্ৰীযুত প্ৰমথনাথ চক্ৰবৰ্ত্তী, ১১। শ্ৰীযুত হোমেশ্বৰ শৰ্ম্মা, ১২। শ্ৰীযুতা সুপ্ৰভা গোস্বামী, ১৩। শ্ৰীযুত কৰুণাধৰ বৰুৱা, ১৪। শ্ৰীযুত বিশ্বনাথ ৰাজবংশী, ১৫। ছৈয়দ আব্দুল মালিক, ১৬। শ্ৰীযুত বিনন্দচন্দ্ৰ বৰুৱা, ১৭। শ্ৰীযুত পৰাগধৰ চলিহা, ১৮। শ্ৰীযুত বিশ্বনাৰায়ণ শাস্ত্ৰী, ১৯। শ্ৰীযুত প্ৰেমধৰ ৰাজখোৱা, ২০। শ্ৰীযুত ত্ৰৈলোক্যনাথ গোস্বামী. ২১। শ্ৰীযুত ভবানন্দ ৰাজখোৱা।

সভাৰ পৰবৰ্ত্তী অধিবেশন শ্ৰীযুত প্ৰমথনাথ চক্ৰবৰ্ত্তীয়ে ধুবুৰীলৈ আমন্ত্ৰণ কৰে আৰু সমজুৱাসকলে এই আমন্ত্ৰণ সাদৰেৰে গ্ৰহণ কৰে।

এইদৰে সভাৰ কাৰ্য্য শেষ হোৱাৰ আগতে সভাপতি শ্ৰীযুত দুৱৰাদেৱে কবিত্বপূৰ্ণ ভাষাৰে তেখেতৰ সামৰণিৰ মন্তব্য শুনাই সমজুৱাক আপ্যায়িত কৰে। মাজে মাজে তেখেতে অসমীয়া বঙলা আদি কবিতাৰ আবৃত্তি কৰি শুনায়। অভ্যৰ্থনা সমিতিৰ ফালৰ পৰা ন্যায়াধীশ শ্ৰীযুত হলীৰাম ডেকাই আৰু প্ৰতিনিধিসকলৰ ফালৰপৰা শ্ৰীযুত বিনন্দচন্দ্ৰ বৰুৱাই শলাগৰ শৰাই আগবঢ়ায়।

আগদিনাৰ দৰে শ্ৰীযুত নাৰায়ণচন্দ্ৰ বেজবৰুৱা আৰু শ্ৰীযুত পুৰুষোত্তম দাসদেৱৰ পৰিচালনাত বিবিধ নৃত্যগীত সভাৰ মাজে মাজে পৰিবেশ কৰা হৈছিল।

## বুৰঞ্জী-সভা

সন্ধিয়া ৬ বজাত ডক্টৰ শ্ৰীযুত বিৰিঞ্চিকুমাৰ বৰুৱাদেৱৰ সভাপতিত্বত বুৰঞ্জী শাখাৰ অধিবেশন বহে। এই শাখাৰ সম্পাদক শ্ৰীযুত ফণী তালুকদাৰে এই বিষয়ে দুআষাৰ মান কোৱাৰ পিচত সভাপতি ডক্টৰ বৰুৱাই তেখেতৰ গবেষণাপূৰ্ণ দীঘলীয়া ভাষণ পাঠ কৰে। এই সভাত তলত দিয়া প্ৰবন্ধ তিনিটা পঠিত বুলি ধৰা হয়:—

(১) কুমাৰিল ভট্ট—শ্ৰীযুত বিশ্বনাৰায়ণ শাস্ত্ৰী।
(২) অসমীয়া বুৰঞ্জী সাহিত্য—শ্ৰীযুত লীলা গগৈ।
(৩) আহোম ৰাজ্য বিপ্লৱৰ সমাধিত স্বৰ্গদেৱ গদাধৰ সিংহ—শ্ৰীযুত ৰামেশচন্দ্ৰ বৰকাকতী।

## সঙ্গীত-সন্ধিয়া

এই সভা ভঙ্গ হোৱাৰ লগে লগে দ্বিতীয় দিনৰ সাংস্কৃতিক অধিবেশন বিপুল দৰ্শকৰ মাজত সমাৰোহেৰে আৰম্ভ হয়। সভাপতি শ্ৰীযুত মিত্ৰদেৱ মহন্তই তেখেতৰ ভাষণত অসমৰ সঙ্গীত অভিনয় আদিৰ সমস্যা সম্পৰ্কে চমুকৈ আলোচনা কৰে। এই অধিবেশনৰ আকৰ্ষণীয় বস্তু আছিল "উষা পৰিণয়" নামে গীত-নৃত্য সম্বলিত নাটিকাখনিৰ ছাত্ৰীৰ দ্বাৰা অভিনয়। এই নাটিকাখনি যুগুত কৰা হৈছিল প্ৰাচীন কবি পীতাম্বৰ দ্বিজৰ ৰচিত উষা-পৰিণয় কাব্যৰ মূল বিষয়-বস্তু লৈ। নিশা প্ৰায় ১১ মান বজাত



"অ মোৰ আপোনাৰ দেশ" জাতীয় সঙ্গীতেৰে এই অধিবেশনৰ দুদিনীয়া কাৰ্য্যসূচী অন্ত পেলোৱা হয়।

## প্ৰস্তাৱসমূহ

**১ম প্ৰস্তাৱ:—** অসম সাহিত্য সভাৰ চতুৰ্বিংশ অধিবেশনে তলত নাম দিয়া লোকসকলৰ বিয়োগত গভীৰ শোক প্ৰকাশ কৰি তেখেতসকলৰ আত্মাৰ সদগতিৰ অৰ্থে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাই শোক-সন্তপ্ত পৰিয়াললৈ সমবেদনা জ্ঞাপন কৰে:—

১। অসম সাহিত্য সভাৰ ভূতপূৰ্ব্ব সভাপতি ৺জ্ঞানাদাভিৰাম বৰুৱা
২। অসম সাহিত্য সভাৰ ভূতপূৰ্ব্ব সভাপতি ৺বেণুধৰ ৰাজখোৱা
৩। সুসাহিত্যিক ৺দণ্ডিনাথ কলিতা
৪। অসম সাহিত্য সভাৰ আজীৱন সভ্য ৰাজনীতিজ্ঞ পুৰুষ ছাৰ ছৈয়দ ছাদুল্লা
৫। অসম সাহিত্য সভাৰ আজীৱন সভ্য ৰাজনীতিজ্ঞ পুৰুষ ৺ৰোহিণীকুমাৰ চৌধুৰী
৬। বিশিষ্ট শিক্ষাবিদ ৺অমৰনাথ ঝা
৭। বিশিষ্ট নাট্য-শিল্পী ৺মাধৱচন্দ্ৰ শৰ্ম্মা
৮। বিশিষ্ট সমাজ-সেৱী গঙ্গাধৰ বৰকটকী
৯। সুসাহিত্যিক ৺ত্ৰৈলোক্যেশ্বৰী দেৱী বৰুৱানী
১০। মণিপুৰৰ মহাৰজা ৺বোধচন্দ্ৰ সিংহ
১১। জনজাতীয় নেতা ৺খৰসিং টেৰাং
১২। নাট্যশিল্পী ৺বদন শৰ্ম্মা
১৩। কৃতী ডেকা ৺অৰুণ দত্ত
১৪। বিশিষ্ট সমাজসেৱী ৺কৃষ্ণগোবিন্দ বৰুৱা

১৫। বিশিষ্ট সমাজসেৱী ৺যোগেন ৰাজমেধি
১৬। " " ৺দুৰ্য্যোধন বৰুৱা
১৭। " " ৺উপেন্দ্ৰনাথ বেজবৰুৱা
১৮। " " ৺ৰাধাকান্ত দেৱ অধিকাৰী
(সুন্দৰীদিয়া সত্ৰ)
১৯। " " ৺নিতাইসিংহ ৰাজবংশী

(সভাপতিৰ আসনৰ পৰা প্ৰস্তাৱিত)

**২য় প্ৰস্তাৱঃ**—অসমত অসমীয়া ভাষা-ভাষী লোকৰ সংখ্যা-গৰিষ্ঠতা ইতিপূৰ্ব্বে চৰকাৰী পিয়লৰ দ্বাৰা প্ৰমাণিত হৈ যোৱাৰ পিচত অসমীয়া ভাষাই অসমৰ ৰাজ্যিক ভাষাৰূপে স্বীকাৰ নোপোৱাত আজিৰ সভাই দুখ প্ৰকাশ কৰে আৰু সদৌ অসমীয়া ৰাইজৰ হৈ পুৰণিকলীয়া দাবী দুনাই দৃঢ়ভাৱে প্ৰকাশ কৰি অসম চৰকাৰক অসমীয়া ৰাজ্যিক ভাষা বুলি অচিৰে ঘোষণা কৰিবলৈ টানি অনুৰোধ জনায়।

প্ৰস্তাৱক—শ্ৰীপ্ৰমথনাথ চক্ৰবৰ্ত্তী, সমৰ্থক—শ্ৰীবুদ্ধীন্দ্ৰকুমাৰ ৰাজখনিকৰ।

**৩য় প্ৰস্তাৱ**—অসমীয়া ভাষাৰ লিপি পৰিবৰ্ত্তন কৰিবলৈ কোনো কোনো মহলত যি পৰামাৰ্শ দাঙি ধৰা দেখা গৈছে সি নিতান্তই অদূৰদৰ্শী আৰু প্ৰতিক্ৰিয়াশীল মনোভাৱৰ পৰিচায়ক বুলি ভাবি অসম সাহিত্য সভাৰ এই অধিবেশনে দৃঢ়মত প্ৰকাশ কৰে যে অসমীয়া লিপি অতি প্ৰাচীন আৰু মৌলিক আৰু ইয়াৰ পৰিবৰ্ত্তন অসমীয়া ভাষা সাহিত্যৰ উন্নতিৰ সম্পূৰ্ণ পৰিপন্থী। অসমৰ বৰ্ত্তমান প্ৰচলিত লিপিকে অসমীয়া ভাষাৰ বাহন কৰি ৰখাটো অসম সাহিত্য সভাই বাঞ্ছনীয় বুলি বিবেচনা কৰে।

প্ৰস্তাৱক—শ্ৰীৰত্নকান্ত বৰকাকতী, সমৰ্থক—শ্ৰীনলিনীবালা দেৱী।



## ৪ৰ্থ প্ৰস্তাৱ

যোৱা ১৯, ১২, ৫৫, তাৰিখে লোকসভাত শ্ৰীজৱাহৰলাল নেহৰুৱে ৰাজ্য পুনৰ-গঠন প্ৰসঙ্গত ভাৰতবৰ্ষক পাঁচোটা বিভাগত বিভক্ত কৰি আঞ্চলিকভাৱে শাসন কৰাৰ পৰামৰ্শ আগবঢ়াই যি ইঙ্গিত দিছে সি কাৰ্য্যকৰী হৈ উঠিলে অসমৰ স্বকীয় ভাষা, সাহিত্য, সংস্কৃতি তথা অসমৰ জাতীয় জীৱন সম্পূৰ্ণৰূপে বিপন্ন হোৱাৰ সম্ভাৱনা দেখি অসম সাহিত্য সভাই এই পৰিকল্পনাৰ তীব্ৰ বিৰোধিতা কৰে আৰু সদৌ অসমবাসী ৰাইজক অসমৰ জাতীয় স্বাৰ্থবিৰোধী এই পৰিকল্পনাৰ বিৰুদ্ধে প্ৰবল জনমত গঢ়ি তুলিবলৈ আবেদন জনায়।

প্ৰস্তাৱক—শ্ৰীপৰাগধৰ চলিহা,
সমৰ্থক—শ্ৰীৰমেশচন্দ্ৰ বৰকাকতী

## ৫ম প্ৰস্তাৱ

উত্তৰ-পূব সীমান্ত অঞ্চলৰ জনজাতীয়সকলৰ লগত অসমীয়া ভাষা সংস্কৃতি ওতঃপ্ৰোতভাৱে জড়িত আৰু সুদীৰ্ঘ দিন ধৰি এই জনজাতীয়সকলৰ মাজত শিক্ষাৰ মাধ্যমৰূপে অসমীয়া ভাষাই চলি আছিল। কিন্তু অলপতে সেই অঞ্চলৰ শিক্ষাৰ মাধ্যমৰূপে হঠাতে হিন্দী প্ৰবৰ্ত্তন কৰি সংশ্লিষ্ট কৰ্ত্তৃপক্ষই জনজাতীয় ভাইসকলক অসমীয়া ৰাইজৰপৰা পৃথক কৰি ৰাখি জাতীয় ঐক্য ক্ষুণ্ণ কৰিবৰ যি প্ৰচেষ্টা চলাইছে অসম সাহিত্য সভাই তাৰ তীব্ৰ বিৰোধিতা কৰে আৰু পূৰ্ব্বৰ দৰে অসমীয়া ভাষাক এই অঞ্চলৰ শিক্ষাৰ মাধ্যমৰূপে প্ৰৱৰ্ত্তন কৰিবলৈ কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰক দুনাই দাবী জনায়।

প্ৰস্তাৱক—শ্ৰীতপেশ্বৰ শৰ্ম্মা,
সমৰ্থক—শ্ৰীব্ৰজেন্দ্ৰনাথ বৰপূজাৰী

## ৬ষ্ঠ প্ৰস্তাৱ

ৰাজ্য পুনৰ-গঠন আয়োগৰ প্ৰতিবেদন প্ৰকাশ হোৱাৰ পাছত পশ্চিম বঙ্গৰ কিছুমান লোকে অযুক্তিকৰভাৱে আৰু অনধিকাৰ চৰ্চ্চা কৰি অসমক দ্বিভাষী ৰাজ্যত পৰিণত কৰিবলৈ যি অপপ্ৰচাৰ আৰু আন্দোলন আৰম্ভ কৰিছে অসম সাহিত্য সভাই তাৰ তীব্ৰ প্ৰতিবাদ জনায় আৰু এনে আক্ৰমণাত্মক মনোবৃত্তিক গৰিহণা দিয়ে।

প্ৰস্তাৱক—শ্ৰীনীলমণি ফুকন

সমৰ্থক—শ্ৰীতৃপেশ্বৰ শৰ্ম্মা

## ৭ম প্ৰস্তাৱ

অসমীয়া বৰ্ণমালা, আখৰজোঁটনি আৰু শব্দৰ বানান নিৰূপণৰ ক্ষেত্ৰত আৱশ্যকীয় সংস্কাৰৰ বাবে পৰামৰ্শ দাঙি ধৰিবলৈ তলত দিয়া ৯ জন প্ৰতিনিধিৰে সৈতে এখন সমিতি গঠন কৰি দিবলৈ আৰু সমিতিৰ যাবতীয় কামৰ খৰচ বহন কৰিবলৈ অসম সাহিত্য সভাই অসম চৰকাৰক অনুৰোধ জনায়।

উক্ত সমিতিৰ প্ৰতিবেদন প্ৰকাশৰ পাছত কাৰ্য্যকৰী পন্থা গ্ৰহণৰ বাবে অসম সাহিত্য সভা, গুৱাহাটী বিশ্ববিদ্যালয় আৰু ৰাজ্যিক চৰকাৰে বিহিত ব্যৱস্থা হাতত লয় যেন।

সমিতিৰ সভ্যসকল—

(১) অসম সাহিত্য সভাৰ মনোনীত তিনিজন প্ৰতিনিধি

(২) গুৱাহাটী বিশ্ববিদ্যালয়ৰ মনোনীত তিনিজন প্ৰতিনিধি



(৩) অসম চৰকাৰৰ মনোনীত তিনিজন প্ৰতিনিধি

এইসকলৰ মাজৰপৰাই সমিতিৰ এজন সম্পাদক নিযুক্ত হ'ব।

প্ৰস্তাৱক—শ্ৰীমান প্ৰফুল্ল গোস্বামী

সমৰ্থক—শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

## ৮ম প্ৰস্তাৱ

অসমৰ লগত কাছাৰ জিলাৰ খিলঞ্জীয়া লোক সকলৰ ঐতিহাসিক, সাংস্কৃতিক আৰু ভাষাগত সম্বন্ধলৈ লক্ষ্য ৰাখি আৰু সেই লোকসকলৰ অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ প্ৰতি থকা সম্পৰ্ক দৃঢ়তৰ কৰিবৰ কাৰণে তেওঁলোকে প্ৰকাশ কৰা আন্তৰিক অনুৰাগক শ্ৰদ্ধা জনাই অসম সাহিত্য সভাই ইতিপূৰ্ব্বে তেওঁলোকৰ এই উদ্দেশ্য সাধনত যথাশক্তি সাহায্য আৰু উদ্‌গনি যোগাই আহিছে; কিন্তু এই বিষয়ক বিভিন্ন আঁচনি কাৰ্য্যকৰী কৰি তুলিবলৈ হলে যথেষ্ট পৰিমাণে আৰ্থিক সাহায্যৰ প্ৰয়োজন হয়। কাছাৰ জিলাৰ লোকসকলৰ বাবে তেনে পুঁজি-গঠন কোনো প্ৰকাৰে সম্ভৱপৰ নহয়। সেই হেতুকে অসম সাহিত্য সভাৰ এই অধিবেশনে অসম চৰকাৰক অনুৰোধ কৰে যেন কাছাৰৰ খিলঞ্জীয়া লোকসকলৰ ভাষা, সাহিত্য, সংস্কৃতিৰ সৰ্ব্বতোমুখী উন্নতিৰ অৰ্থে বৰঙনি হিচাবে দহ হেজাৰ টকা এককালীন দান দিয়ে।

প্ৰস্তাৱক—শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী

সমৰ্থক—মৌঃ আব্দুল কাছেৰ আলি লস্কৰ

## ৯ম প্ৰস্তাৱ

ৰাজ্য পুনৰ-গঠন আয়োগে আগবঢ়োৱা অসমৰ সীমানিৰ্দ্ধাৰণ সম্পৰ্কীয় পৰামৰ্শ সাহিত্য সভাই উক্ত আয়োগৰ ওচৰত দাখিল কৰা স্মাৰকপত্ৰৰ মৰ্ম্ম তথা অসমীয়া জনসাধাৰণৰ দাবীৰ সপক্ষে হোৱাত সাহিত্য সভাৰ এই অধিবেশনে আনন্দ প্ৰকাশ কৰে কিন্তু কোচবিহাৰ আৰু উত্তৰ-পূব সীমান্ত অঞ্চলৰ সম্পৰ্কত আয়োগৰ পৰামৰ্শ অসমৰ আৰু কোচবিহাৰৰ স্বাৰ্থৰ অনুকুল নোহোৱাত গভীৰ অসন্তুষ্টি প্ৰকাশ কৰে ।

প্ৰস্তাৱক – মঃ মেৰাজ হুছেইন

সমৰ্থক—শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰদলৈ

## ১০ম প্ৰস্তাৱ

অসমীয়া ভাষা শিকিবলৈ আগ্ৰহ কৰা পৰ্ব্বতীয়া জনজাতীয় আৰু আন আন অসমীয়া লোকৰ সুবিধাৰ অৰ্থে অসমীয়া-খাছিয়া, অসমীয়া-গাৰো, অসমীয়া-লুচাই, অসমীয়া-বঙালী অসমীয়া-হিন্দী আদি ভাষাৰ ছিৰিজ ( Assamese Languago Series ) এটি প্ৰস্তুত কৰি উলিয়াবলৈ সাহিত্য সভাই গাত লয় আৰু সেই উদ্দেশ্যে কাৰ্য্যকৰী ব্যৱস্থা লবলৈ কাৰ্য্যনিৰ্ব্বাহক সমিতিক ভাৰ দিয়ে ।

প্ৰস্তাৱক—শ্ৰীহৰিপ্ৰসাদ বৰুৱা

সমৰ্থক—ছৈয়দ আব্দুল মালিক



## ১১শ প্ৰস্তাৱ

অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিয়ে পৰিচালনা কৰা বিভিন্ন পৰীক্ষাসমূহত উত্তীৰ্ণ হোৱাসকলৰ মাজত অসমীয়া ভাষা-সাহিত্যৰ সাধাৰণ জ্ঞান নথকাত ভাষা প্ৰচাৰত যথেষ্ট ত্ৰুটি ঘটিছে আৰু অসমীয়া ভাষাৰ প্ৰতি অন্যায় কৰা হৈছে । সাধাৰণ পঢ়াশলীয়া শিক্ষাত পাছপৰা বা শিক্ষা নোপোৱা ৰাষ্ট্ৰভাষা শিক্ষাৰ্থীয়ে যাতে অসমীয়াতো কিছু শিক্ষালাভ কৰিব পাৰে সেই উদ্দেশ্যে ৰাষ্ট্ৰভাষাৰ পৰীক্ষাৰ লগত খাপ খুৱাই একোখন অসমীয়া প্ৰশ্ন কাকত যাতে বাধ্যতামূলক কৰি দিয়া হয় সেই উদ্দেশ্যে ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিক আৱশ্যকীয় ব্যৱস্থা গ্ৰহণ কৰিবলৈ অসম সাহিত্য সভাই পৰামৰ্শ আগবঢ়ায় ।

প্ৰস্তাৱক—শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা

সমৰ্থক— শ্ৰীচন্দ্ৰকান্ত বৰা ( ৰংপুৰ )

## ১২শ প্ৰস্তাৱ

অসমৰ বিভিন্ন ঠাইত এতিয়াও ভালেমান হাতেলিখা প্ৰাচীন পুথি উদ্ধাৰ নোহোৱাকৈ থকাটো অসমীয়া সাহিত্যৰ কাৰণে নিতান্ত ক্ষতিকৰ হৈছে । সেই পুথি-পাঁজিসমূহ উদ্ধাৰ কৰি তাৰ সম্পাদন আৰু প্ৰকাশৰ বাবে আৱশ্যকীয় ব্যৱস্থা লবলৈ অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কৰ্ত্তৃপক্ষক আজিৰ সভাই টানি অনুৰোধ কৰে ।

প্ৰস্তাৱক—শ্ৰীলীলা গগৈ

সমৰ্থক— মৌঃ ছৈফুদ্দিন আহম্মদ

## ১৩শ প্ৰস্তাৱ

অসমৰ ৰেল জাহাজ ডাক বিভাগ আদিত লাহে লাহে অসমীয়া ভাষাত আৰু আখৰত জাননী আদি দিয়া বন্ধ কৰি অকল হিন্দীৰেহে জাননী প্ৰকাশ কৰাত অসম সাহিত্য সভাই তাৰ প্ৰতিবাদ জনায় । সেই বিভাগসমূহক সকলো জাননী আদি হিন্দীৰ লগতে আৰু আগতে অসমীয়াতো প্ৰকাশ কৰাৰ ব্যৱস্থা লবলৈ কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰক অসম সাহিত্য সভাই টানি অনুৰোধ জনায় ।

প্ৰস্তাৱক—শ্ৰীশিৱপ্ৰসাদ বৰুৱা
সমৰ্থক— শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস

## ১৪শ প্ৰস্তাৱ

যিহেতু অসম সাহিত্য সভাখন অসমীয়া জাতিৰ জাতীয় কৃষ্টি সভ্যতাৰ মূল অনুষ্ঠান আৰু যিহেতু অসমৰ প্ৰাচীন স্মৃতিচিহ্ন, শিল্প, ভাস্কৰ্য্য, বুৰঞ্জী আদিত কৃষ্টি-সভ্যতাৰ মূলবস্তু নিহিত আছে, সেইহেতু শৰাইঘাট, শোণিতপুৰ, লেহীডঙৰা, কুণ্ডিলনগৰ, গড়গাঁও আদি অসমৰ যতে ততে পৰি থকা অতীত বুৰঞ্জী সভ্যতাৰ স্মৃতি আৰু ভগ্নাৱশেষবোৰৰ অনুসন্ধান কৰি তাৰ সচিত্ৰ বিৱৰণ প্ৰকাশ কৰিবৰ অৰ্থে ব্যৱস্থা লবলৈ সভাৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিক ভাৰ দিয়ে ।

প্ৰস্তাৱক—শ্ৰীৰামেশ্বৰ শৰ্ম্মা
সমৰ্থক— শ্ৰীসুপ্ৰভা গোস্বামী



## ১৫শ প্ৰস্তাৱ

ভাৰতৰ প্ৰধান মন্ত্ৰী শ্ৰীনেহৰু ডাঙৰীয়াই ভাৰতীয় কাকত, পুথি, আলোচনী আদিৰ বহুল প্ৰচাৰৰ কাৰণে চিন্তা কৰি ৰেল ষ্টেশ্যনবিলাকত কেনে ধৰণৰ কিতাপ ৰখা হয় আৰু ৰাষ্ট্ৰভাষাৰ কিতাপ আলোচনীৰ লগতে আঞ্চলিক ভাষাৰ কিতাপ আলোচনী আদি খেলৰ কিতাপ ব্যৱসায়ীৰ যোগেদি কিৰূপে বহুল প্ৰচাৰ কৰিব পৰা হয় তাৰ বাবে উদ্বিগ্নতা প্ৰকাশ কৰাত অসম সাহিত্য সভাৰ ২৪শ অধিবেশনে আনন্দ প্ৰকাশ কৰি প্ৰধান মন্ত্ৰী ডাঙৰীয়াৰ শলাগ লয় ।

ইতিমধ্যে ৰেলৱে ব'ৰ্ডে দাক্ষিণাত্যৰ ৰেল ষ্টেশ্যনসমূহত অবাঞ্ছনীয় আৰু অলাগতিয়াল কিতাপসমূহ নাৰাখি উপযুক্ত হিন্দী আৰু প্ৰাদেশিক ভাষাৰ কিতাপ, পুথি, আলোচনী আদিৰ বহুল প্ৰচাৰৰ কিৰূপে ব্যৱস্থা কৰা হয় তাৰ এটি সুচিন্তিত প্ৰতিবেদন দাখিল কৰিবলৈ এখনি তিনিজনীয়া সমিতি গঠন কৰি দিয়'টো অতি সময়োপযোগী আৰু সমীচীন হৈছে বুলি এই অধিবেশনে মত প্ৰকাশ কৰে ।

এই প্ৰসঙ্গত অসম সাহিত্য সভাই অতি পৰিতাপেৰে সৈতে জনাবলগীয়া হৈছে যে অসম প্ৰদেশৰ ভিতৰত অৱস্থিত ৰেল-ষ্টেশ্যনসমূহত আঞ্চলিক ভাষা অসমীয়া ভাষাৰ পুথি আলোচনী আদি কোনো কালেই প্ৰচলন আৰু প্ৰসাৰৰ কাৰণে উপযুক্তভাৱে ৰখা হোৱা নাই । হুইলাৰ কোম্পানীৰ কৰ্ম্মচাৰীবৃন্দই অসমীয়া পুথি আলোচনী নিজৰ দায়িত্বত ৰেল ষ্টেশ্যনত বিক্ৰী কৰাৰ প্ৰচেষ্টা চলোৱাত কোম্পানীৰ পৰিচালকে বহুত অসমীয়া পুথি বাজেয়াপ্ত কৰি আঁতৰাই লৈ যোৱা সংবাদো অবিদিত নহয় ।

অসম সাহিত্য সভাৰ ২৪শ অধিবেশনে প্ৰস্তাৱ কৰে যে দাক্ষিণাত্যত চলোৱা ব্যৱস্থাৰ দৰে ভাৰতৰ উত্তৰ-পূব অঞ্চলতো সুদক্ষ লোকেৰে এখন অনুসন্ধান সমিতি গঠন কৰি অসমৰ ৰেল ষ্টেশ্যনসমূহত কি পৰিমাণে অসমীয়া কাকত, পুথি, আলোচনাৰ প্ৰচলনৰ সুবিধা দিয়া হৈছে তাৰো যেন এটি প্ৰতিবেদন দাখিল কৰিবলৈ ৰেলৱে বৰ্ডক নিৰ্দ্দেশ দিয়া হয়।

প্ৰস্তাৱক—শ্ৰীপ্ৰেমধৰ ৰাজখোৱা

সমৰ্থক— শ্ৰীঅশ্বিনী চৌধুৰী

## ১৬শ প্ৰস্তাৱ

অন্যান্য ৰাজ্যিক চৰকাৰবোৰৰ [illegible] সংবিধানস্বত ১০ বছৰৰ ভিতৰত অসম ৰাজ্যিক চৰ[illegible] কৰ্মসূচি [illegible] ভাষাৰ মাধ্যমেৰে সাহিত্য, দৰ্শন আৰু বিজ্ঞানৰ স[illegible] [illegible] এম-এ এম-এছ-ছি লৈ পঢ়িব পৰাকৈ প্ৰয়োজনীয় কিতাপ-পুথি প্ৰণয়ন, সঙ্কলন আৰু মুদ্ৰিত কৰিবলৈকে ২য় পঞ্চবাৰ্ষিক পৰিকল্পনাত অতি কমেও ১০ (দহ) লাখ টকাৰ পুঁজি এটা গুৱাহাটী বিশ্ববিদ্যালয়ৰ তত্ত্বাৱধানত দিব লাগে।

প্ৰস্তাৱক—শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী

সমৰ্থক—শ্ৰীনীলমণি ফুকন



## সংশোধিত নিয়মাৱলী :—

চতুৰ্থ ছেদ—সভ্য (পৃষ্ঠা ২)

৯নং—ভৰ্ত্তি মাচুল এটকা আৰু বছেৰেকীয়া বৰঙনি এটকা দি নিৰ্দ্দিষ্ট ফৰ্ম্মত শাখা সভাৰ যোগেদি আবেদন কৰিব লাগিব আৰু কাৰ্য্যনিৰ্ব্বাহক সভাৰ অনুমোদন সাপেক্ষে মূল সভাৰ সভ্য হব পাৰিব।

পঞ্চম ছেদ—কাৰ্য্যনিৰ্ব্বাহক সমিতি (পৃষ্ঠা ৩)

১৬নং—অসম সাহিত্য সভাৰ সভাপতিক লৈ ২১ জন সভ্যেৰে সভাৰ কাৰ্য্যনিৰ্ব্বাহক সমিতি গঠিত হব। অসম সাহিত্য সভাৰ সভ্যসকলৰ ভিতৰৰপৰা বিষয় বাছনি সভাত এজন সহকাৰী সভাপতি, এজন প্ৰধান সম্পাদক, এজন ধনভঁৰালী আৰু এজন পত্ৰিকা সম্পাদক আৰু কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ ১৬ জন সদস্য বিষয় বাছনি সভাৰ প্ৰতিনিধিসকলে নিৰ্ব্বাচিত কৰিব। [illegible] নিৰ্ব্বাচন মুকলি সম্মিলনত গৃহীত কৰাব। ইয়াৰ ভিতৰৰ [illegible] জন সভ্য [illegible]স্থানৰ সভাৰপৰা হব।

[illegible] ১৬ নং (ক) পত্ৰিকা পৰিচালনাৰ বাবে [illegible], পত্ৰিকা সম্পাদক আৰু ৫ জন অসম সাহিত্য [illegible]ৰ সভ্য লৈ এটি সম্পাদকীয় সমিতি গঠিত হব আৰু সেই সমিতিৰ সম্পাদক পত্ৰিকা সম্পাদকেই থাকিব।

সপ্তম ছেদ—স্বীকৃত সভা (পৃষ্ঠা ৫)

৩২নং—এনে স্বীকৃত সভাই বছেৰেকীয়া বৰঙনি দহ টকাকৈ অসম সাহিত্য সভাক দিব লাগিব।

অষ্টম ছেদ—সম্মিলন (পৃষ্ঠা ৬)

৪০ নং—সম্মিলনৰ তিনি মাহৰ আগতে আদৰণি সমিতি আৰু শাখা সভাসমূহে প্ৰত্যেকে সভাপতিৰ নাম পাঁচোটালৈকে

প্ৰস্তাৱ কৰি পঠাব পাৰিব। কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে এই নামবোৰ উমৈহতীয়া প্ৰথম পাঁচোটা বাছি সেই প্ৰস্তাৱিত সভাপতিসকলৰ সন্মতি লব। তাৰ পিছত শেষ বাছনিৰ বাবে আদৰণি সমিতি আৰু শাখাসমূহলৈ নাম পঠাব। আটাইতকৈ সৰহ ভোট পোৱাজনেই সভাপতি নিৰ্ব্বাচিত হব।

নৱম ছেদ—আদৰণি সমিতি (পৃষ্ঠা ৭)

৪৫নং—সন্মিলন বহুৱা বিষয়ৰ সকলো কাম, খৰচৰ ভাৰ আৰু সেই অধিবেশনৰ সভাপতিসকলৰ অভিভাষণ ছপোৱা খৰচ আৰু সভাপতিসকলৰ ভ্ৰমণ বানচ আদি আদৰণি সমিতিৰ ওপৰত থাকিব।

দশম ছেদ—বিষয় বাছনি সমিতি (পৃষ্ঠা ৮)

৪৯নং—সন্মিলনৰ অন্ততঃ এদিন আগতে কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ সভ্যসকল, প্ৰত্যেক শাখাসভাৰ আৰু স্বীকৃত সভাৰ প্ৰতিনিধিসকল, আদৰণি সমিতিৰ প্ৰতিনিধিসকল, মূল সভাৰ ভূতপূৰ্ব্ব সভাপতিসকল আৰু সেই অধিবেশনৰ বিভাগীয় সন্মিলনৰ সভাপতিসকল আৰু আজীৱন সভ্যসকলৰ নিৰ্ব্বাচিত প্ৰতিনিধিসকলক লৈ এখন বিষয় বাছনি সমিতি গঠিত হব। সেই সভাৰ সভাপতিত্ব কৰিব মূল সভাৰ নিৰ্ব্বাচিত সভাপতিয়ে।

ত্ৰয়োদশ ছেদ—বিবিধ (পৃষ্ঠা ১১)

**নতুন ৭৩নং**—কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ সভ্যসকলে সভাৰ কামত ভ্ৰমণ কৰিলে ১।×২ ছেকেণ্ড ক্লাছ ভ্ৰমণ বানচ আৰু দিনে ৪৲ টকা হাৰে বানচ পাব।

গৃহীত হল— স্বাঃ—শ্ৰীযতীন্দ্ৰনাথ দুৱৰা
সভাপতি

—অন্ত—